প্ৰকাশক :
শ্ৰীমতী অঞ্জনা তালুকদাৰ
গণেশ প্ৰকাশন
পূৰ-জ্যোতি নগৰ
গুৱাহাটী-৭৮১০২০

প্ৰথম প্ৰকাশ—১৯৭০
দ্বিতীয় প্ৰকাশ—১৯৯৫

বেচ : ৩০ ০০ টকা মাত্ৰ।

ছপা কৰোঁতা :
শ্ৰীগুৰু নাৰায়ণ চৌধুৰী
আৰ্য্য বুক বাইণ্ডিং এণ্ড প্ৰিণ্টিং
পূৰ শৰণীয়া
গুৱাহাটী-৩

# উছৰ্গা

যাৰ পৰা এই বিনন্দীয়া সৃষ্টি দেখিবলৈ পালোঁ, যাৰ কণ্ঠত বৰগীত-ভাটিমা শুনি শৈশৱত টোপনি গৈছিলোঁ আৰু পুৱা সাৰ পাই উঠিছিলোঁ, যি জনৰ চকুত অনুশাসনৰ উগ্ৰ দৃষ্টি দেখি মোৰ শিশু-হৃদয় থৰে থৰে কঁপিছিল, দশম ভাগৱত আছিল যাৰ সঙ্গী, মেলে সবাহে কথা কওঁতে যি গৰাকী সৌম্য-পুৰুষে ধৰ্ম্ম-শাস্ত্ৰৰ উদ্ধৃতি দিহে কৈছিল, যাৰ পবিত্ৰ স্মৃতি আশৈশৱ বুকুত বান্ধি লৈ আছোঁ—

সেইজনা মোৰ আদি-গুৰু, পিতা স্বৰ্গীয় ভজোৰাম ডেকাৰ পুণ্য সোঁৱৰণত এই ক্ষুদ্ৰ লিখনি উছৰ্গা কৰিলোঁ। ইতি—

নবীনচন্দ্ৰ ডেকা।

# আগলি কথা—

কিছুদিন আগতে সুন্দৰীদিয়াৰ পৰা ওলোৱা সাময়িকী ‘সুন্দৰ’ত আমি দুই-তিনিটিমান ধাৰাবাহিক গল্প-প্ৰবন্ধ দিছিলোঁ। পাছত, ‘সুন্দৰ’ সম্প্ৰতি কিবা একোনদ্ পাতি টোপনিত পৰিছে। তাকে দেখি সুন্দৰৰ মুখে কৰখোজা কথাখিনি আমি অইন পুথি আকাৰতে প্ৰকাশ কৰিলোঁ। নামটি ‘সুন্দৰ’ত প্ৰকাশ পোৱাদৰেই ‘মৃগ তৃষ্ণা’ ৰখা হ’ল।

মৃগ-তৃষ্ণা অইন একো নহয়, আজিৰ জগতখনত ঘটি থকা কিছুমান হাঁহি-কান্দোন, হৰিষ-বিষাদ আৰু আশা-নিৰাশাৰেই ছবি-প্ৰতিচ্ছবি। মৰু জগতত প্ৰতিফলিত হোৱা অসীম মানৱ-তৃষ্ণাৰ টুকুৰা-টুকুৰ দৃশ্য-পট মনৰ ৰূপালী-পৰ্দাত পৰি অন্তৰত কিছুমান অনুভূতিৰ সৃষ্টি কৰে। তাকে ধৰি ৰাখিবলৈ প্ৰয়াস কৰাঁতে ৰূপ পায় কিতাপৰ।

আগতীয়াকৈ কিতাপৰ বিষয়ে কবলগীয়া আমাৰ একো নাই। সেয়া সহৃদয় পঢ়ুৱৈ সমাজৰ বাবেই নিবেদন কৰা হৈছে। বস্তুটিৰ স্বৰূপ মূল্যায়ন কৰিব পাঠকসকলে। আমাৰ সম্বল হ’ল মাত্ৰ ৰাইজৰ মৰম-চেনেহ আৰু সহানুভূতি।

১৯৬৯ চনৰ গৰম বন্ধৰ কেইটামান দিনত লৰালৰিকৈ কিতাপৰ লিখা শেষ কৰা হয়। লগে লগে আনি দত্তবৰুৱা এণ্ড কোম্পানীকে প্ৰথম পাণ্ডুলিপি দেখুৱা হৈছিল। তেওঁলোকেও প্ৰথম দৃষ্টিতে আমাৰ পুথিখনি ছপোৱাৰ আগ্ৰহ প্ৰকাশ কৰিলে। এইখিনিতে আমি উক্ত কোম্পানীৰ পৰিচালক শ্ৰীযুত অভয় দত্তৰ ওচৰত কৃতজ্ঞ হৈ ৰ’লো।

আমাৰ প্ৰিয় ছাত্ৰ শ্ৰীমান ব্ৰজগোপাল দাস আৰু ভাগিন শ্ৰীমান্ গিৰীশ চন্দ্ৰ তালুকদাৰে কিতাপৰ পাণ্ডুলিপি কৰি দি সহায় কৰে। সহকৰ্মী প্ৰবীন শিক্ষক শ্ৰীযুত ভগবান চন্দ্ৰ পাঠকে বেটুপাতৰ ছবিটি আঁকি দিছে। এইসকলৰ সহায় আৰু মৰমৰ কথা সদায় আমাৰ মনত থাকিব।

যোৱা বছৰৰ আগষ্ট মাহতে ছপাকলত দিয়া এই কিতাপখন সুদূৰ কলিকতাৰ কেবাটিও যন্ত্ৰ বাগৰি মানা আছকালৰ মাজেদি শেহান্তত শ্ৰীকান্ত প্ৰেছৰ পৰা ছপা হৈ ওলাবলৈ সমৰ্থ হৈছে। ইয়াতে কিছুমান অজানিত ভুল-ত্ৰুটী বৈ যোৱাটো স্বাভাৱিক। তাৰ বাবে বাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ।

আগৰ দৰে বাইজৰ মৰম-আদৰ পালে ভৱিষ্যতে কলম হাতত লোৱাৰ আশা ৰাখিছোঁ। ইতি —

বিনীত—

নবীনচন্দ্ৰ ডেকা।

# মৃগ-তৃষ্ণা

[ ১ ]

মাজ নিশা। পুহমহীয়া জাৰ। বাহিৰত কিহৰ হৈ চৈ? কোনোবে খঙেৰে কৈছে—"মাৰ মাৰ, চোৰ কটা বদমাইচ।" ধাচ ধাচ্ কৰে কাৰোবাক মৰিওৱা শব্দ। লগে লগে এটা ভয়ার্ত্ত আকুল চিঞঁৰ—

'মৰিলোঁ ঐ ঈশ্বৰ সকল। প্ৰাণটি নামাৰিবাহক ঐ।"

এলাহ-নিহালিৰ উম লৈ আৰু থাকিব নোৱাৰি। ওচৰতে কিবা এটি অঘটনাহ ঘটিবগৈ এতিয়া। আলনাৰপৰা খপ্‌জপাই এখীযা চাদৰখন লৈ গাত মেৰিয়াই বাহিৰ ওলালোঁ। ৰাতিটো এন্ধাৰ আছিল। হাত টিপ বাতিটো ললোঁ। ধাৰণা আছিল সিদ্ধিৰ মুখত কোনো চোৰ ধৰা পৰিছে। নাইবা কাৰো বাৰীৰ আলু-কবি চোৰৰ দিন দশা হৈছে। কিন্তু কথা কোনোটো নহয়। গাঁৱৰ পঞ্চায়ত অভিচাটোৰ চোতালতহে দেখোন এক আহুকলীয়া সমাজ গোট খাইছে। ওচৰতে এখন জীপ গাড়ীও। তিৰোতা মানুহ কিছুমানে সৰৱে নিজৰ নিজৰ আবেগ-উৎকণ্ঠা প্ৰকাশ কৰিছে। ডেকাবোৰ দম্ভ-দৰ্প আস্ফালন কৰি গুৰিয়াই মাটিকে দ কৰিছে। অলপ নিলগৰপৰা স্পষ্টকৈ একো ঢলকিব নোৱাৰিলোঁ। কেৱল বিস্ময়ত বুৰ গলোঁ।

"দে তাইক হাতে ভৰিয়ে বান্ধি গাড়ীত তুলি দে।"

ডেকাকেইজনমানে জোনালীক ঠেলি-হেঁচি জীপখনৰ ফালে লৈ গ'ল। তাই ৰৰকৈ উচুপিছে। কন্ধ উচুপনি, কিন্তু তালৈ যেন কাৰো সহানুভূতি নাই। চন্দ্ৰৱীৰে চুলি ছিগি বুঢা-মেথা সকলক কাবৌ কোকালি কৰিছে, কিন্তু তালৈ যেন কোনেও ভ্ৰূক্ষেপ কৰা নাই মাত্ৰ দুই এজনে গুপ্‌গুপাই উঠিছে—

"থ থ তোৰ লেন্‌পেননিখন এতিয়া। পঘা নালোৱা জীয়েৰক উদং মেলি সমাজখনকে খাই এৰিলি। আজি কৰিম যি দিছা কৰিব লাগে।"

ঘটনাটো ঘটিছিল মাঘবিহুৰ উৰুকাৰ দিনাখন। মই ছুটীত গাঁওৰ ঘৰলৈ আহিছিলোঁ। ঘৰত মাত্ৰ অকলশৰীয়া দেউতা। লগত বান্ধনি বা সহায়কাৰী মানুহ এজনত বাহিৰে তেওঁৰ সংসাৰখনত আৰু কোনো নাই। মোৰো তেতিয়া বিয়াবাৰু হোৱা নাছিল। দেউতাই অ'ত ত'ত এজনী ঘৰ ধৰিব পৰা সদবংশী ছোৱালীৰ খবৰ কৰা কেতিয়াবা অহুকাণে-পহুকাণে মই অবশ্যে শুনিছিলোঁ।

জনতাৰ মাজলৈ নোসোমাই মই এচুকতে চুপ মাৰি সকলো লক্ষ্য কৰিলোঁ। কিবা বৰ লাজ লাজ লাগিছিল মোৰ। শুনিলোঁ মলো গাঁওবুঢাই হাত জোকাৰি কিবা এটা ৰায় দিছে। জোনালীক অপৰাধীৰ হাতত গটাই দিয়া হল। জোনালীৰ হাতেৰে তাৰ ডিঙিত ফুলৰ মালা আঁৰি দিওৱা হৈছিল। তাৰ নামটো আছিল মদন মিত্ৰ। শিল-ধুমুহাৰ পাচত ডাল-পাত ভাঙি নিথৰ হৈ থকা এজাৰ গছজোপাৰ দৰে মিত্ৰ থিয় হৈ আছিল। হিয়াৰ অতি নিভৃততম কোণতো তাৰ আবেগ অধীনতাৰ চিন বিন্দু মাত্ৰ দেখা দিয়া নাছিল। মালাধাৰি আছিল সিহঁতৰ উচ্ছৃঙ্খলতাৰ, দৌৰাত্মৰ সাক্ষী। ডেওপৰা সংযম হীনতাৰ ওপৰত ই যেন সামাজিক শাসনৰ স্বাক্ষৰ। বুঢা-মেথা সকলে এটা ডাঙৰ নৈতিক দায়িত্ব পালন কৰা বুলি মনত সকাহ পাইছিল।

পৰৱৰ্ত্তী দিনত আশে পাশে বহু কথাই গুলাইছিল। ছিগা-ভগা

অ'ৰ ত ৰ কথাৰ টুকুৰাবোৰ লগ কৰি ইমানকে জানিব পাৰিলোঁ— লোকে জনাত মদন মিত্ৰ আছিল চিকিৎসক। গুৱাহাটীৰ কোনোবা-খিনিত এখন সৰু হোনিও ফাৰ্ম্মাচী আছে। তেওঁ অসমীয়া প্ৰেমী চিলতীয়া লোক। পাতল চুটি-চাপৰ লোক। চকুলৈ চালেই মানুহজন চালাক বুলি ধৰিব পাৰি। বহুতৰ ধাৰণা মদন মিত্ৰৰ ব্যবসায়তকৈ লক্ষ্য আৰু ৰুচিও বেলেগ। প্ৰায়ে এখন জীপ গাড়ীত ঘূৰি ফুৰা এই লোকজনক নগৰৰ অনেকেই লক্ষ্য কৰিব পাৰে। সঙ্গীত কলাৰ চৰ্চ্চা আৰু ভাল অসমীয়া কব পৰা তেওঁৰ আন দুটা বিশেষ গুণৰ ভিতৰত। এই দুটা গুণৰ জৰিয়তে মদনৰ জোনালীৰ লগত পৰিচয় বা সম্পৰ্ক ঘটাৰ সুবিধা হৈছিল। জোনালী সেইবেলি প্ৰাক বিশ্ববিদ্যালয়ৰ ছাত্ৰী। দূৰ সম্পৰ্কীয় মাহীয়েকৰ ঘৰত তাই থাকে। মদনৰ ফাৰ্ম্মাচীখন সিহঁতৰ ওচৰতে। মাজে মাজে ঔষধ অনাৰ ভিতৰেদিয়ে নিসংকোচা প্ৰগল্‌ভা জোনালীৰ সৈতে মদনৰ সম্পৰ্ক কিছু ঘনিষ্ঠতৰ হৈ উঠিছিল। হাঁহিমুখৰ ব্যবহাৰ আৰু বদান্যতা গুণেৰে বহুত ডাক্তৰে অনেকক আপোন কৰি লব পৰা দৃষ্টান্ত বহুত আছে। মদন মিত্ৰও সেই মোহিনী শক্তিৰে নিজৰ নাম সাৰ্থক কৰিছিল। কোবা বাহুল্য মদন গাঁবলৈ আহি জোনালীৰ মাক চন্দ্ৰৰীৰ লগতো কুটুমৰ লৰাটি যেন হৈ পৰিছিল। সেইবেলি কলেজৰ সংগীত প্ৰতিযোগিতাতও জোনালীয়ে প্ৰথম হৈছিল আধুনিক গীতত। ইয়াৰ গুৰিতো হেনো মদন মিত্ৰহে আছিল। এইবাৰ শুংসূত্ৰ লৈ গাঁবৰ বলেজীয়া ডেকাৰ দলটোৱে জোনালীক ভাল চকুৰে নাচাইছিল। জোনালীৰ মতে মদনে অসমীয়া ভাষা আৰু কলা-কৃষ্টিক এজন অসমীয়াতকৈও বেছি ভাল পায়। কেবল চিলেতীয়া বুলি বা ভাষা সংস্কৃতি বেলেগ বুলিয়ে এজন লোকক ঘিণ কৰাটো মূৰ্খামিৰহে নামান্তৰ। এইবোৰ কথাই ডেকাসকলৰ মাত মাৰিছিল যদিও ভিতৰি ভিতৰি তেওঁলোকক বৰ ক্ষুণ্ণও কৰিছিল। গুৱনী মুখত হুতা কথা শুনিবলৈ টান। আটক-ধুনীয়া চুটি-চাপৰ কোমল

বয়সীয়া গাভরু এজনীৰ মুখত এনে আখৈফুটা বৰ কথা ডেকাসকলৰ পৌৰুষৰ অৱমাননা যেন লাগিছিল।

সেইবোৰ বৰ বেছিদিনীয়া কথা নহয়। কলেজ মহলত স্থানীয় ছাত্র ছাত্রীৰ ভিতৰতে হয়তো কথাবোৰ সীমিত আছিল। কিয়নো কুৰি শতিকাৰ চোকা মস্তিষ্কৰ ল'ৰা-ছোৱালী, সকলোৰে স্বাধীন চিন্তা আৰু স্বকীয় দৃষ্টিকোণ এটা আছে। আজিৰ দিনত নিজৰ ভাব-অভিৰুচি মতবাদ যেযে যিমান বুদ্ধিদীপ্ত প্রকাশ-ভঙ্গীৰে দাঙি ধৰিব পাৰে তাতেই কৃতিত্ব। গাঁৱৰ লোকে কিন্তু তেতিয়াও মদনক চিনি নাপায়।

সেই দিনাখন ৰাতি গাঁৱৰ ভিতৰলৈ সন্তর্পণে সোমাই অহা জীপ গাড়ীখনলৈ কোনেও কাণ-চকু কৰাৰ উপায়ো নাছিল। শীতকালি মাজ ৰাতি গাঁৱৰ লোক সকলো নি পালি দি টোপনিত পৰিছিল। মাত্র কুকুৰ এটাই হঠাতে এবাৰ ভুকুভুকাই উঠিছিল। চোৰ-চাৰিৰ দিন। ডেকা এজন বাহিৰলৈ ওলাই চাৰিওফালে নজৰ কৰিছিল। তেওঁৰ চকুত পৰিল জীপ গাড়ী এখন ধীৰে ধীৰে পঞ্চায়ত অফিচৰ সমুখত ৰ'ল গৈ। অনুমানতে বুজিলে এহাল পুৰুষ মহিলা ঘৰত সোমাল। কথাটো তেনেই সম্ভাবনাতীত আৰু সঙ্গতিহীন যে আছিল ডেকা জনে তাক বুজি লোৱাত পলম নহ'ল। নিমিষতে ওচৰ-পাজৰৰ কেইবাজনো ডেকা-ডঙ্গুৰা গৈ ঘটনাস্থলীত উপস্থিত হ'ল। দুৱাৰ খোলা খিড়কী এডাল। সিহঁত চন্তৰীৰ দৰে আন্ধাৰ খোটালীত জপিযাই পৰিল। টিপ্ বাতিৰ পোহৰত জিলিকি উঠিল জোনালী। ভগা বেঞ্চখনত তাই অবশ হৈ বহি আছে, আৰু তাইৰ কান্ধত হাত থৈ এজন অচিন ভদ্রবেশী। পৰিবেশ আৰু শৃঙ্খলাহীন সাজে ৰুচিগৰ্হিত কাৰ্য্যৰ স্পষ্ট ইঙ্গিত কৰে। সিহঁত উভয়ৰে শৰীৰত এইমাত্র এখন যৌৱনৰ সংগ্রাম পাৰ হৈ অহাৰ বিহ্বলতা। অসতর্ক দুর্ব্বল মুহূর্ত্তত সিহঁত ধাৰৰ নল কঁপাদি কঁপিছিল। উত্তেজনাৰ চৰম মুহূর্ত্তত কথাৰ আতিগুৰি লোৱাৰ কাৰো ধৈৰ্য্য নাছিল। অচিন

আলহীৰ অভ্যৰ্থনা ডেকা সকলে যথাযোগ্য ভাবেই কৰিলে। হয়তোবা তাতোকৈ বেছি। ঘটনা চক্ৰই এনে কিছুমান মুহূৰ্ত্তত মানুহৰ চিন্তা-বিচাৰ আৰু কাৰ্য্যৰ মাজত কোনো সমন্বয় ৰাখিব নিদিয়ে। জোনালীৰ তেতিয়া প্ৰায় মূৰ্চ্ছা যোৱাৰ অৱস্থা। তাই যেন কিবা এটা সাংঘাতিক দুঃস্বপ্নৰ গৰাহত কক্-বক্ কৰিছে। দুৰ্ব্বৃত্ত ডকাইত কিছুমানে যেন তাইক টানি চোঁচৰাই কোনো অজ্ঞাত বধ্য ভূমিলৈ লৈ গৈছে। সংকোচ-ভীতি-লাঞ্ছনাত তাই মৰি গৈছে, তাই ধৰ্ষিতা, লুণ্ঠিতা, অপহৃতা হৈ যেন সাহাৰ্য্যৰ বাবে টেটুফালি চিঞৰিছে, কিন্তু শুকান ডিঙিৰ পৰা সেগাই সেহাইও যেন এবাৰ মাত ওলোবা নাই।

বিধাতাৰ অতৰ্ক বিধান। মুহূৰ্ত্তৰ আগলৈ যাক অকণ মৰম চেনেহ যাচিব পাৰিলে যি সকলে নিজকে ধন্য মানিছিল এফেৰি পুতো বা অকণ সাহায্যৰ বিনিময়ত অন্তৰত গৰ্ব্ব বোধ কৰিছিল. এতিয়া সেই সকলৰ অন্তৰৰ এচুকতো এই নিঃকিনাৰ প্ৰতি একণ ঠাই নাই। ইষ্ট-কুটুম, স্বজন-গিয়াতি, দাদা-খুৰা, খুৰী-জেঠী সমাজ সজ্জন আটাইবে মনৰ পৰা জোনালী ওলাল।

[ ২ ]

বিল্লৰ পিচদিনাখন মই লৰালৰিকৈ খোজ লৈছোঁ ষ্টেচন বুলি। নিশা আঠে বজাৰ মেইল ধৰিব লাগে। এইখনত গলে পুৱাৰ লগে লগে মই গুৱাহাটী পাওঁ। ঘড়ীটো চাই দেখোঁ ডেৰ বাজিছে। ষ্টেচন আধাঘণ্টামানৰ ভিতৰতে পোৱা যাবগৈ। এন্ধাৰ বাট। টিপ্ বাতিটো মাজে মাজে টিপি যাব লগা হৈছে। আলি কাষৰ বৃহৎ গছবোৰৰপৰা টুপ্-টুপ নিয়ৰ সৰাৰ শব্দ। চেৰ্‌চেৰ্ কৰি এছাটি শীতল বতাহে গাটো জিকাৰ খুৱাই গল। কিছুদূৰত মৰাম্ভঁতিৰ দলং পোৱা যাব। মাজে মাজে দুই চাৰিজোপা বগৰী

গছ আৰু ত'ত-ত'ত তৰা-বিৰিণা বনৰ ঝাৰণি। পুবতি ভোটাটোৱে সমস্ত শক্তিৰে পছিম আকাশ উজ্জ্বল কৰাৰ চেষ্টা কৰিছে যদিও মৰা সুঁতি-পৰীয়া জাহি-ঝাৰণিকে পোহৰাব পৰা নাই। মাত্র পাতল কুঁৱলীৰ বুকুত জাহ গৈ থকা দুই এজোপা ওখ গছৰ অবস্থিতি অনুমান কৰিব পাৰি।

এবাৰ টিপ্-বাতিৰ পোহৰ দূৰলৈ নিক্ষেপ কৰি পঠিয়ালোঁ। নিচেই ওচৰতে দলং। কিন্তু দলঙৰৰ মাজত সেযা কি? বাতিটো আকৌ টিপিলোঁ। ভালকৈ ধৰিব নোবাৰি, এটা বগা কাপোৰৰ দ'ম যেন দেখি। ভালদৰে নিৰীক্ষণ কৰিলোঁ, অলপ লৰচৰ কৰা যেন পাও। দেখো কাণে মূৰে কাপোৰ মেৰিযাই এটা মানুহ। গাটো অতৰ্কিতে হিম যেন চেঁচা পৰি আহিল। ক্ষন্তেক তব্ধিলোঁ। পুনৰ পোহৰ পেলালোঁ, নাই,—কোনো ভূত প্রেত নহযতো! মনতে সন্দেহৰ প্রশ্ন হ'ল। কিন্তু শীতকালীন এই শেষ নিশা এনে ঠাইত মানুহ কিয? মানুহে কয মৰাসুঁতিৰ কুৰ'ত দেও-ভূ ওলায। বিশেষকৈ ইয়াত এটা ভূতে মানুহক পলুবাই আনে। এই ভূতে ধৰিলে মানুহজনে এডাল জৰী দেখে, জৰীডাল ধৰিবলৈ ভূতে পোৱা জনে পাচে পাচে গৈ থাকে, জৰীগছো আঁতৰি থাকে। শেহত সেই জৰীৰে ডিঙিত ফাঁচ লগাই মৰে। এই দলংখনত প্রাযে দুই চাৰিজন মানুহ মৰি থকা কথা সকলোৱে জানে। মুহূৰ্ত্ততে মনত এশটা প্রশ্ন খেলি গ'ল। এবাৰ ভাবিলোঁ উভতি যাওঁ, কিন্তু যদি ভূতে পাচ লয? উভয সঙ্কট। মই যেন বহুবেলি একে ঠাইতে খুটি হৈ আছো এনে ভাব হল। ঘড়ীটো চালোঁ। দুই বাজি গৈছে। যন্ত্র চালিতৰ দৰে আকৌ এবাৰ টিপ-বাতি টিপিলেঁ, আৰু অজ্ঞাতসাৰে আগ বাঢ়িলোঁ। কিন্তু সম্মুখত এযা কি দৃশ্য। দৃষ্টিৰ ভুল হোৱা নাইতো? এগৰাকী শুভ্রবসনা নাৰী। নিতম্বলৈকে ক'লা মেঘ যেন চুলি আলুলাযিত। ধীৰে ধীৰে দলঙৰ ৰেলিঙত উঠাৰ অলস চেষ্টা কৰিছে। গাৰ নোমবোৰ শিয়ৰি উঠিল, কাণত এটা

ৰিম্ ঝিম্ কাৰ শব্দ বাজি যেন স্তব্ধ হৈ গ'ল। বিজুলী গতিত আগ বাঢ়িলোঁ, কিয় নাজানো সম্ভব আত্মাৰ সহজাত সত্যবোধ, মনৰ সাধাৰণ বিচাৰ বিবেকক চেৰ পেলাই তৎমুহূৰ্ত্তে জাগ্ৰত হৈছিল। সাধাৰণ মানুহৰ ভিতৰতে যে এজন আৰু অসাধাৰণ শক্তিশালী মানুহ লুকাই থাকে—মই জীৱনত সেযা প্ৰথম উপলব্ধি কৰিলোঁ। কিয়নো মই নিজেই কব নোবাৰিলোঁ যে কিয়, কেনেকৈ ত্বৰিৎ গতিত চকুপচাৰতে গৈ মই সেই অজ্ঞাত ৰহস্যময়ী নাৰীৰ নিচেই কাষৰতে থিয় হৈছিলোঁ। উচাপ্ খাই উঠি ৰমণীমূৰ্ত্তি নিশ্চেষ্ট হৈ মোৰ ফালে পিঠি দি ৰ'ল। মই দৃঢ় স্বৰে সুধিলোঁ—

"কোন। কোন তুমি?"

কোনো উত্তৰ নাই। মন কৰিলোঁ তাইৰ ডিঙিত চাদৰৰ পেচ দি আগৰ ফালে কিবা এটা টোপোলা ওলোমাই লোৱা, গাত এটি মাত্ৰ পাতল ব্লাউজ, ককালত মেখেলাখন। নিতম্বিনী গাভৰু। কৃশ মধ্যদেশ। স্বল্পাভৰণ বলিষ্ঠ দেহ প্ৰকট কৰি তুলিছে। তেতিয়াও তাই নিস্পন্দ, নিৰ্ব্বাক এটি প্ৰস্তৰ মূৰ্ত্তিহে যেন। মই ঘূৰি সমুখৰ ফালে গলোঁ। টিপ্ বাতিৰ পোহৰ মুখত পেলাবৰ চেষ্টা কৰিলোঁ। আনতমুখী নিৰ্জীব নিস্তব্ধ হৈযে আছে, জীৱনৰ কোনো লক্ষণ নাই, যেন আগতে বজ্ৰপাতত নিথৰ হৈ গৈছে। মোৰ স্থিতি বা সত্বা তাইৰ জ্ঞানবোধে স্বীকাৰ কৰি লব পৰা যেন নালাগিল। মই চিঞৰি মাতিলোঁ—

"জোনালী। তই ইয়াত কিয়?"

স্বভাৱতে মোৰ টেটুফালি বিস্ময়-বিমূঢ় কণ্ঠস্বৰ বাহিৰ হৈ আহিছিল। শৰীৰত এটা উষ্মা-উত্তেজনা অনুভৱ কৰিলোঁ। অবুজ ভাবাবেগে কলিজাত এটা মৃদু মন্থৰ আলোড়ন তুলিলে। আশ্চৰ্য্য-ভীতি স্নেহ-অনুকম্পা, কৌতূহল-সহানুভূতি, আবেগ-উত্তেজনা লগহৈ দেহ মনত এটা তুমুল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। আচৰিত। ইমানতো যেন জোনালীয়ে মোৰ উপস্থিতি মানি লব পৰা নাই। তেন্তে কি মোৰ

বিভ্রম ? কিন্তু কেনেকৈ ? মই দেখোন তাইক স্পষ্টকৈ দেখিছোঁ। এযা তাইৰ গালত ক'লা মাহটো, দীঘল চেলাউৰি, বহল কপাল, ঈষৎ খৰ্ব্ব নাকটি। কিন্তু আধৈফুটা পাতল ৰঙা ওঠ দুটি তাইৰ মৃত্যু-শীতল, শেঁতা আৰু ভয় লগাকৈ নীৰৱ। মই তাইৰ হাতত ধৰি জোকাৰি দিলোঁ। লগে লগে বুকুত ওলমি থকা টোপোলাটোত হাতখন পৰিল।

"এইবোৰ আনিছা কি ?"

উত্তৰলৈ অপেক্ষা নকৰি লগে লগে গাঠি খোলাৰ চেষ্টা কৰিলোঁ। ক্ষন্তেকতে সকলো প্ৰশ্নৰ উত্তৰ ওলাই পৰিল, বিস্ময়বো অন্ত পৰিল। পাচ কেজিমান ওজনৰ এটা শিল তাই গাৰ চাদৰখনেৰে টানিটুনি ডিঙিৰ লগত বান্ধি লৈছিল। সেই শিল মই নিজে ডিঙিত ওলামাই এতেবেলি থিয় হৈ থাকিব পাৰিলোঁহেঁতেন নে নাই সন্দেহ। মধ্য-সুৰিৰ কুৰত এতিয়াও অথাউনি পানী।

অদ্ভুত ছোৱালী। ভয়াবহ তাইৰ বিদ্ৰোহ !! জীবনে তাইক প্ৰতাৰণা কৰিব খুজিছিল। ৰূপেই তাইৰ কাল হৈছিল। যৌবনে তাইৰ বাবে অভিসম্পাত কঢ়িয়াই আনিছিল। সমাজে তাইৰ প্ৰণয় প্ৰশ্নোত্তৰ কাগজত ভুল নম্বৰ বহুৱাই দিছিল—নিৰ্ম্মম নিষ্ঠুৰ !! এই সকলোবোৰৰ বিৰুদ্ধে তাই চৰম বিচাৰ নিষ্পত্তি আশা কৰিছিল এইখন পৃথিৱীত নহয়—অন্য এক লোকত।

[ ৩ ]

অফিচ আৰু কৰা নহ'ল সেইদিনা। মোৰ সৰু খোটালীটোত দুখন বিছনালৈ ঠাই অকুলন। বেঞ্চ দুখনকে যোৰা লগাই শুই পৰিলোঁ। দেহমন অৱসন্ন। আগদিনা নিশা গাড়ী ধৰাৰ ভাবনাতে ভাল টোপনি নাছিল। বাটৰ ঘটনা প্ৰবাহেও মোক ভাব নৰিযাত পেলালে। শোৱাৰ

বৃথা চেষ্টা কৰিলোঁ, নিদ্ৰা নহ'ল। ওচৰতে জোনালী মোৰ বিছনাত কাঠ এচলাৰ দৰে পৰি আছে। উমানতে বুজিব পাৰিলোঁ তাইৰ অকণ টোপনি আহিছে। মই লাহে্কৈ উঠিলোঁ। ঘড়ী চাই দেখোঁ বাৰ বাজি গৈছে। তুবাৰখন জপাই থৈ পাক ঘৰলৈ গলোঁ, আৰু ষ্টোভটো জ্বলাই দিলোঁ। সাধাৰণ ভাবে খোৱাৰ দিহা কৰা হ'ল। অলপ দাইল, কেইটামান আলু আৰু কাচকল কেইচকলমান সিদ্ধ। সময় প্ৰায় আঠে বাজিল। জোনালীক মাতিলোঁ। তাইক অলপ খুৱাবলৈ অহোপুৰুষাৰ্থ কৰিলোঁ, কিন্তু সকলো মিছা হ'ল। তাই উঠি বিছনাতে শিলৰ দৰে যি বহিল—মই আৰু লৰাব নোৱাৰিলোঁ। তুচকুৰ-পৰা ধাৰাসাৰে পানী বৈ তাইৰ বুকুৰ কাপোৰ তিতিছে। তেতিয়ালৈ তাইৰ মৌনতা ভাঙিবৰ বাবে সক্ষম হোৱা নাই। নিজৰ জ্ঞান-বিবেকৰ ওপৰত বিশ্বাস হেৰাল। নিজৰ অক্ষমতাৰ বাবে নিজে লজ্জিত হলোঁ।

মই তাইক ঘৰত থৈ আহিব খুজিলোঁ। তাই মাত্ৰ এবাৰ প্ৰতিবাদ কৰিলে—গাঁৱত মুখ নেদেখুৱায়। অগত্যা মোৰ লগত গুৱাহাটীলৈ অহাটোতে তাই মৌন সম্মতি দিলে। আমি মেইলখন ধৰিব পৰা নাছিলোঁ। ওৰে বাট জোনালীক কিবা খাবলৈ যচা দূৰৈৰ কথা, এটি শব্দৰো আমাৰ মাজত বিনিময় নঘটিল। ভাবিলোঁ বহা গৈ পালে সকলো কথা হ'ম আৰু জোনালীক স্বাভাৱিক অৱস্থালৈ ঘূৰাই পাম। কিন্তু তেতিয়াও তাইৰ ভাব-স্ফূৰ্ত্তি নাই দেখি মই কেৱল বিস্ময় নহয়, বিবুদ্ধিও হলোঁ। তেনেহ'লে জোনালীৰ ভাবান্তৰ ঘটিব নেকি? অজানিত বেথাত মনটো বৰকৈ সেমেকি উঠিল। মুখ মেলি কান্দিব নোৱাৰিলোঁ যদিও চকুৰে তুধাৰি অশ্ৰু বাধা নামানি ওলাই আহিছিল। সমবেদনাৰ অশ্ৰু। এয়ে কি আত্মাৰ সমধৰ্ম্মিতা। বিধি মোৰ ওচৰত সুপ্ৰসন্ন যেন লাগিল। জোনালীয়ে মোৰ ফালে এইবাৰ চালে, ধুতীৰ আচলেৰে মই অশ্ৰু গোপন কৰিবলৈ ধৰিছিলোঁ। জোনালীয়ে দেখিলে, নিজৰ তুৰ্ব্বলতা দেখি নিজেই লাজ পালোঁ। মই মুখ ঘূৰালোঁ।

"মোক ক্ষমা কৰিব অসীম দা। মোৰ কি হৈছে? মই ইয়াত কিয়? মইচোন একো বুজিব পৰা নাই। "

জোনালী আৰু কিবা কব খুজিছিল, মই বাধা দিলোঁ। কিবা এটা বস্তু হেৰুৱাৰ দৰে তাইক ইফালে সিফালে বিচৰা যেন দেখিলোঁ। চকুত প্ৰশ্ন ভৰা দৃষ্টি। এনেকৈ ব্লাউজৰ তলৰপৰা কিবা এটা উলিয়ালে। মোৰ ফালে হাতখন আগবঢ়াই দি কলে—

"অ' এইখন পাইছো।"

জোনালী আকৌ দীঘল দি শুই পৰিল। পৰিস্থিতিক জোৰেৰে ৰূপ দিবলৈ চেষ্টা নকৰি স্বভাবক বাট এৰি দি শুভ মুহূৰ্ত্তলৈ ধৈৰ্য্যেৰে অপেক্ষা কৰাটো সমীচীন হ'ব বুলি ভাবিলোঁ। গতিকে জোনালীক বেছি আমনি নকৰি তাই আগবঢ়াই দিয়া বস্তুটোত মন দিলোঁ। সাৱধানে মেৰিওৱা এখনি চিঠি। জোনালীৰ নিজৰ হস্তাক্ষৰেই হ'ব। আখৰবোৰ স্বাভাৱিক অৱস্থাত লিখা যেন নহয়। শাৰীবোৰতো পাৰিপাট্য কম। বিৰতি চিনবোৰতো ব্যতিক্ৰম আৰু ভাব-ভাষাতো কেনেবাকৈ হয়তো আউল থাকিব পাৰে। দুই এবাৰত অৰ্থবোধ হোৱা টান। কেইবাৰমান উৰাই ঘূৰাই পৰিলোঁ।

"প্ৰতাৰক/প্ৰণয়ী?

ভাল হয়তো পাব পাৰিলোঁহেঁতেন। কিন্তু পাৰিলোঁ জানো? নোৱাৰোঁ। জীৱনতে অসম্ভৱ। প্ৰতাৰণাক প্ৰণয়বুলি মূৰ্খৰ অভিধানত লিখা থাকিব। হায় শঠতা! তোৰ কিমান শক্তি? প্ৰেম নাৰীৰ? নে ফটিকাৰ? অনুভূতিক ক্ষুধা, বুভুক্ষা বুলিব পাৰি?

আইৰ কলেৰা? মদৰ নিচাত পথ ভুল হৈছিল? ছলনা, পীড়নত সিদ্ধি নহ'ল। ৰমণীৰ ভৰিৰ তলতো প্ৰেম ভিক্ষা? লাঠি-চৰ-ভুকুত সত্য মুখত নোলাল। ভীৰুতাৰ, নীচতাৰ সীমা ক'ত বিচাৰিব লাগিব? সমাজে নিৰ্বিচাৰে জাপি দিলে মিথ্যা কলঙ্ক। মৌনতাৰে সমৰ্থন জনাবলৈ ঘিণ নালাগিল? প্ৰৱঞ্চনাৰ নীচতম পন্থা। কলঙ্কৰ পথেদি কামনা সিদ্ধিৰ নিলাজ প্ৰতীক্ষা? অভিনৱ ফন্দি! সেই পৰ্য্যন্ত মই

সম্বিৎ হেৰুৱা নাই। কোনে মালা-বিষধৰ মোৰ হাতত তুলি দিছিল? মালা যদি আঁৰি দিছিলোঁ তেতিয়াও ভাগ্যৰ নিষ্ঠুৰতম আঘাত সহিবলৈ হয়তো প্ৰস্তুত আছিলোঁ। বিষ্ঠাক জিভাৰে পৰিষ্কাৰ কৰাৰ চেষ্টা কৰিছিলোঁ। কিন্তু! কিন্তু!! মোৰ জয় হ'ল শেষান্তত।- তোৰ ইতৰ পৈশাচিক প্ৰেমৰ দ্বিতীয় বলি জানো হলোঁ? কলঙ্ক! মৃত্যুৱে মোৰ কলঙ্ক মচিব। কালে কালিমা নাশে। জীয়াই থাকি শত চেষ্টাৰে যি কাম কৰিব নোৱাৰিম মৰণে তাক সাধন কৰিব। আৰু

(অন্ধ সংস্কাৰবাদী সমাজ! ব্যক্তিসত্বাৰ ওপৰত নিৰ্ম্মম আঘাত হনাটোতে তোৰ অহঙ্কাৰ। কোনে দেখিলে, শুনিলে কোনে? কথাৰ প্ৰকৃত তথ্য বিচাৰ কৰিলে কোনে? মোৰ কথা শুনিবলৈও ধৈৰ্য্য-বিশ্বাসৰ নাটনি। ই ব্যক্তিৰ ওপৰত সমষ্টিৰ সনাতন প্ৰতিশোধৰ নিকৰুণ দৃষ্টান্ত। ইয়াৰ মাজত আছে হয়তো ঈৰ্ষা, মূঢ়তা, অন্ধ ৰীতিৰ প্ৰতি আনুগত্য, কুচচ্চনাৰ প্ৰতি প্ৰবৃত্তিগত প্ৰবণতা আৰু ন্যায় বা সত্য অন্বেষণৰ প্ৰতি আলস্য।)

আৰ, আৰু, হে অধীৰ, অদূৰদৰ্শী, ৰূপ-যাত্ৰী ভ্ৰান্ত ডেকা প্ৰতিদ্বন্দ্বী সকল! তোমালোকলৈ মই মধুৰ সম্বোধন বিচাৰি পোৱা নাই। বিদ্যা বা জ্ঞানৰ মাপ-কাঠিৰে তোমালোকক মই জুখিব নোখোজোঁ। কিন্তু পুতৌ হয় তোমালোকৰ দৈন্য দেখি। মহৎ বস্তু এটিৰে তোমালোকক ঈশ্বৰে বঞ্চিত কৰিলে। তোমালোকৰ দীনতাই তোমালোকক নীচতাৰ গহ্বৰলৈ টানি লৈ গৈছে। তোমালোকে হয়তো নিজেই বুজি পোৱা নাই নীচতাৰ গভীৰতা কোন বিন্দুত নামিছেগৈ। তোমালোকৰ আত্মৰূপী ভগৱানক সোধা, উত্তৰ পাবা। মই এতিয়াও শৰীৰৰ অঙ্গে-অঙ্গে বেদনা অনুভৱ কৰিছো, কিন্তু তাৰ বাবে মই ব্যথিত বা লজ্জিত নহয়। মোৰ চৰম বেদনা হৈছে— মানুহৰূপী তোমালোকৰ ভিতৰত থকা অমানুহটোৰ পৰিচয়ত। ভদ্ৰবেশী অভদ্ৰ, ৰিক্ত, নিঃকিন তোমালোকলৈ মোৰ অশেষ পুতৌ

শেষত জননী! স্বৰ্গাদপি গৰীয়সী! তুমিও হয়তো সন্তানৰ প্ৰতি

ঘৃণাত, অবিশ্বাসত নাক কোচাবা। তোমাৰ চৰণ চুই কৰা প্ৰতিজ্ঞা কিন্তু মই শেষ পৰ্য্যন্ত ৰাখিছোঁ। জীৱন-মৰণৰ শেষ মুহূৰ্ত্ততো তোমাৰ কথা মনত আছিল—"বিবাহৰ পূৰ্ব্বে দেহদান নকৰিবি। কলঙ্ক মৃত্যুতকৈ ভীষণ।" মই পাচে এবাৰ তাৰ লগতে যোগ দি যাওঁ—"যে জগতত সততা বা সতীত্বই যথেষ্ট নহয় "

চিঠিখন অনেকবাৰ পঢ়িলোঁ। কথাবোৰ আঁত লগাই বুজিবলৈ যত্ন কৰিলোঁ। শেষৰ ফালে আখৰবোৰ ক্ৰমে আক্-বাক্ হৈ পৰিছে। কিয়দংশৰ ভাব-ভাষা বোধগম্যও নহ'ল। টেবিলত মূৰটো থৈ অনেক বেলি চকু মুদি ৰলোঁ।

তেনেকৈ কিমান পৰ আছিলোঁ নাজানো। হঠাতে বাহিৰত মৃদু-কোলাহল শুনিলোঁ। স্কুল কলেজ অফিচ কাছাৰি ছুটী হৈছে। আলিবাটত জনতাৰ সৰৱ গতি। অকণ বাহিৰ ওলাই আহিলোঁ। মনটো বৰ গধুৰ গধুৰ লাগিছিল। এনেযে আকাশৰ বহু দূৰলৈ চাই পঠিয়ালোঁ। উকা চাবনি। কৃষ্ণচূড়া জোপাৰ পাতৰ মাজেদি আকাশৰ নিলীমাখিনি চাই ভাল লাগে। কোঠালিৰ দুৱাৰ মেলা মৃদু শব্দ শুনা গ'ল। ঘূৰি চালোঁ।

"অসীমদা, পানী ক ত ?"

অতি ক্ষীণ কণ্ঠস্বৰ। ওচৰতে যদিও, এটা গভীৰ নাদৰ তলীৰ পৰাহে যেন অস্পষ্ট হৈ ওলাইছে।

"অ মই দিছো। মুখ হাত ধুবা ? বৰ ভাল কথা।" মোৰ কথা আৰু কামত এটা উৎসাহ আৰু আশাৰ লক্ষণ প্ৰকাশ পাইছিল।

[ 8 ]

কাছাৰিৰ ঘড়ীত ঢং ঢং কৈ বাৰটা শব্দ হ'ল। দোভাগ ৰাতি। বাহিৰত গছৰ পাত এটি পৰিলেও শুনি। টিন পাতত কিবা এটি পৰি

সিৰ্‌ সিৰ্‌কৈ চুঁচৰি মাটিত পৰিল। সম্ভৱ বাতুলীয়ে কিবা গছৰ গুটি খাই পেলাইছে। জোনালী গাৰুটিতে আঁওজি বিছনাত বহিছে। এৰীয়া চাদৰখন গাত মেৰিয়াই চকীখনতে বহি আকাশ-পাতাল ভাবিছিলোঁ। কথাৰ মাজতে জোনালী থককি ৰৈ গ'ল, আৰু মোৰ ফালে সপ্ৰশ্ন দৃষ্টিৰে চালে।

"একো নহয়। বাতুলী।"

শত চেষ্টাৰ পাচত জোনালীক এই মাত্ৰ কথা কব পৰা স্তৰলৈ আনিব পাৰিছো। ইতিমধ্যে তাই মন আৰু অবচেতন মনৰ তিনি চাৰিটা ঢাপ পাৰ হৈ আহিছে। মই গভীৰ মনন দৃষ্টিৰে ইয়াকে উপলব্ধি কৰিলোঁ। প্ৰথম যেতিয়া তাইক লগ পাওঁ তেতিয়া বাহ্যজ্ঞান প্ৰায় ৰহিত অবস্থা। বহিৰ্জগতৰ কোনো ক্ৰিয়া-প্ৰতিক্ৰিয়া যেন তাইৰ হৃদয়-ফলকত ধৰা নপৰা হৈছে। আনৰ আদেশ-ইঙ্গিত একো বুজিব নোবাৰা তাই যেন এটি প্ৰস্তৰ মূৰ্ত্তিহে। দ্বিতীয় স্তৰত তাইৰ অলপ সংজ্ঞা আহিছিল। নিজৰ জৈব অস্তিত্ব আৰু ওচৰাত দ্বিতীয় ব্যক্তি এটিৰ অৱস্থিতি তাই এই স্তৰত উপলব্ধি কৰিব পাৰিছিল। হুকুম বা আদেশ অনুসৰণ বা পালন কৰিব পৰা অৱস্থা তাই পাইছিল বাবেই চলাই লৈ আহিব পাৰিছিলোঁ। কিন্তু আচৰিত, সেই অবস্থাতো তাইৰ প্ৰতিজ্ঞা সজাগ আছিল। অসীম ঘৃণাত যে তাই সমাজৰপৰা মুখ ঘূৰাই মৃত্যুপথ-যাত্ৰী হৈছিল তাৰ স্মৃতি অৱচেতন মনত গাঢ়তৰ হৈ বহিছিল। সেযে স্বাভাৱিক অৱস্থা ঘূৰাই পোৱাৰ আগতো মোক তীব্ৰ প্ৰতিবাদ কৰি কৈছিল যে গাঁৱলৈ আৰু নাযায়। তৃতীয় স্তৰত জোনালীয়ে মানুহে মানুহে থকা সম্বন্ধ, ইজনে সিজনে থকা নৈতিক আৰু সামাজিক সম্পৰ্কৰ কথা উপলব্ধি কৰিব পাৰিছিল যেন লাগে। অসীমদা বুলি মোক আৰ্দ্ৰকণ্ঠে কৰা প্ৰথম সম্বোধনত মই বুজিব পাৰিলোঁ। চতুৰ্থ স্তৰত জোনালীয়ে কান্দিব পাৰিছিল। বোধ-শক্তি আৰু স্মৃতি-অনুভূতি ঘূৰাই পোৱা বাবেহে তাইৰ পক্ষে এইদৰে কঁন্দাটো সম্ভৱ হৈছিল। অৱশেষে সেই কান্দোন

তেতিয়াও স্বাভাৱিক কান্দোনতকৈ ভয়ঙ্কৰ আছিল। কাৰণ সান্ত্বনা বা প্ৰবোধ বচনলৈ কৰ্ণপাত বা ভ্ৰূক্ষেপ কৰিব পৰা অৱস্থা সেইটো নাছিল। এবাৰ মা মা বুলি তাই প্ৰায় ৰুদ্ধশ্বাস হোৱাৰ উপক্ৰম কৰিছিল। আপোন ইচ্ছাৰে কান্দি কান্দি ভাগৰি-জিগৰি তাই স্তব্ধ হৈছিল। তাৰ পাচতে নিদ্ৰাদেৱীয়েহে তাইৰ সান্ত্বনাৰ ভাৰ লৈছিল। ময়ো স্বস্তিৰ নিশ্বাস পেলাইছিলোঁ।

সম্প্ৰতি জোনালীৰ চকু-মুখলৈ অকণ স্বাভাৱিক ৰং ঘূৰি আহিছে। এই মাত্ৰ যেন ভাব পৰিবৰ্তনৰ আৰু এখনি সোণালী সাঁকো তাই অৱলীলাক্ৰমে পাৰ হৈ আহিছে। তাই মোক দুই এটা প্ৰশ্ন সোধাৰ প্ৰয়াস কৰিছে। মোৰ প্ৰশ্ন দুটি এটিৰো তাইৰ সংক্ষেপ উত্তৰ দিয়াৰ ক্ষমতা হৈছে। অতি নিবিড় ভাবে মই জোনালীৰ মানসিক পৰিবৰ্তন, ব্যবহাৰৰ তাৎপৰ্য্য আৰু ক্ৰমোন্নতিশীল ভাবান্তৰৰ কথা অনুধাবন, নিৰীক্ষণ আৰু বিশ্লেষণ কৰি চালোঁ। সকলো যেন ঠিকেই, নিৰ্ভুল। মোৰ জ্ঞান উপলব্ধি আৰু বিচাৰশীলতাৰ ওপৰত এটা ক্ষীণ প্ৰতীতি জন্মিল। খন্তেকৰ বাবে হ'লেও আত্মপ্ৰত্যয় আৰু আত্মতুষ্টিৰ এটি মধুৰ আবেগে অন্তৰ উল্লাসিত কৰি গ'ল।

দেখিলোঁ জোনালী আকৌ কিবা এটা বিচাৰিছে।

সুধিলোঁ—"কি বিচাৰিছা ?"

"লিখা কাগজ এখন।" তোমাক দিছিলোঁ নেকি ?

কথাষাৰ কৈয়ে মনত পৰাৰ দৰে তলমূৰ কৰিলে।

"সেয়া টেবিলত আছে।"

মই যেন তাক পঢ়িয়েই চোৱা নাই—এনেভাবে চিঠিখনলৈ আঙুলিয়াই দিলোঁ। তাই মনত কি ভাবিলে নাজানো। এক মিনিট কিংকৰ্ত্তব্যবিমূঢ়ৰ দৰে হৈ চিঠিখন টুকুৰা টুকুৰকৈ ছিৰিলে আৰু খিড়িকীৰে দলিয়াই পেলালে। মই নিৰ্লিপ্ত ভাব দেখুৱাই ৰলোঁ। জোনালীয়ে হয়তো ভীষণ সংকল্প লোৱাৰ আগতে চিঠিখন লিখিছিল। শেষমুহূৰ্ত্তত চিঠিখন এৰি থৈ যাবনে লগতে ৰাখিব

কোনো সিদ্ধান্তলৈ হয়তো আহিব নোৱাৰিছিল। নাইবা স্মৃতিৰ দুৰ্ব্বলতাই অবশেষত ভাব-চিন্তাৰ ওলট-পালট ঘটাইছিল। মই এই বিষয়ে একো নজনা ভাও ধৰাটোকে উত্তম বিবেচনা কৰিলোঁ।

"অসীম দা! তুমি মোক কিয় লৈ আহিলা?"

জোনালীয়ে হঠাত মোলৈ অভিযোগ কৰাৰ দৰে প্ৰশ্ন কৰিলে।

"কিয় নানিম? তাতকৈ মোৰ অন্য উপায় বাৰু কি আছিল? কৰ্ত্তব্য কৰিবই লাগিব।"

"কৰ্ত্তব্য! কিন্তু ভ্ৰষ্টা, কলঙ্কিতা ছোৱালী এজনীৰ প্ৰতি তোমাৰ কি এনে কৰ্ত্তব্য থাকিব পাৰে?"

"তুমি এইবোৰ কি কৈছা জোনা? মই কি তোমাক চিনি জানি নাপাওঁ? অবশ্যে তুমি যে কিবা দাৰুণ শোক পাইছিলা মই তাক নুবুজাকৈ থকা নাই।"

জোনালীয়ে মোৰ মুখৰ ফালে স্থিৰ দৃষ্টিৰে অনেক বেলি চাই ৰ'ল। হয়তো মোৰ অন্তৰখন তাই এবাৰ অধ্যয়ন কৰাৰ চেষ্টা কৰিলে। হয়তোবা অনুমান কৰিলে যে মই তাইৰ কোলেঙ্কাৰিবোৰৰ বিষয়ে সম্পূৰ্ণ অজ্ঞ। তাই কিছু স্বাভাবিক আৰু অধিকাৰৰ দাবীত মোক আকৌ ক'লে—

"ভুল কৰিলা অসীমদা! মই আৰু সেই জোনালী নাই। ৰাহুগ্ৰস্তা, কলঙ্কিনী মই। আজি মই সমাজৰ চকুত ভ্ৰষ্টা, পতিতা। মোক মৰিবলৈ দিলে সমাজ আৰু মোৰ উভয়ৰে কল্যাণ হ'লাহঁতেন।"

জোনালী বৰ বিমৰ্ষ হৈ পৰিল। বিষণ্ণতা আৰু অবিশ্বাস দূৰ কৰিবলৈযে মই কিছু দৃঢ়তাৰে উত্তৰ দিলোঁ—

"মিছা কথা। মই কেতিয়াও বিশ্বাস নকৰোঁ। চন্দ্ৰত কলঙ্ক থাকিব পাৰে কিন্তু তোমাত? তুমি এজন দাম্ভিক সম্ভ্ৰান্ত যুবকক চৰ মোসোধাইছিলানে—তাৰ অশ্লীল ব্যৱহাৰৰ বাবে? এজনী তৃতীয়া নিৰাশ্ৰয়া ছোৱালীৰ চৰিত্ৰৰ এনে বলিষ্ঠ অভিব্যক্তিৰ কথা শুনি স্তম্ভিত হৈছিলোঁ। সেয়েহে ভাবিছোঁ হয়তো সমাজেও কোনো অসাধাৰণ

পৰিস্থিতিত অবিচাৰ কৰিছে, আৰু বৈজ্ঞানিক দৃষ্টিৰে চালে চন্দ্ৰৰ কলঙ্কও মিছা।

"অজ্ঞান-এন্ধাৰত থকা বহুত মিছাক বিজ্ঞানে প্ৰমাণ কৰি দেখুৱাব নোৱাৰে। তুমি জানো নাজানা, পৃথিৱীত বহুত হত্যাকাৰীও নিৰ্দ্দোষী প্ৰমাণিত হয় আৰু অনেক সাধুও ফাঁচি কাঠত উঠে। দহজনে যাক দোষী সাব্যস্ত কৰে সি জানো অকলে ভাল হৈ থাকিব পাৰে ?"

"সত্যৰ বিচাৰত গণতান্ত্ৰিক পদ্ধতি নাখাটে জোনা। অৱশ্যে সমাজৰ হাতত সত্যবাদীৰ নিৰ্য্যাতন আৰু শোকাবহ পৰিণতিৰ দৃষ্টান্ত যুগে যুঁগে বিৰল নহয়। কিন্তু সেই বুলি সত্যৰ পতন কোনো কালেই হোৱা নাই। বৰং পোৰা সোণৰ দৰে অধিকতৰ উজ্জ্বল হৈ পৰৱৰ্তী যুগক সেই শোধিত সত্যই পোহৰ দেখুৱাই দিছে।"

জোনালীৰ চকুত দুধাৰা পানী ধীৰে ধীৰে নামি আহিছিল। তাই হঠাতে মোৰ আঠুত কপালখন ঠুকি উচুপি কলে।

'তোমাক মোৰ শত প্ৰণাম অসীমদা।
কিন্তু "

"কিন্তু কি জোনা ? তুমি-মোক নিসংকোচে সকলো কৈ যোৱা। ভাবি লোৱা, তুমি মই এক আইৰ গৰ্ভজাত ককাই-ভনী। তোমাক বিপদত ৰক্ষা কৰাটো মোৰ কৰ্ত্তব্য। ভনীৰ কিবা ডাঙৰ অপৰাধ হ'লেও তাক ক্ষমা কৰিম। তুমি জানা, মই এজন মাতৃহীন দুৰ্ভগীয়া। সংসাৰত ভাই ভনী বুলিবলৈও মোৰ কোনো নাই। আজিৰ পৰা তুমি মোৰ ভনীটী হলা।"

জোনালীৰ অধীৰতা দূৰ কৰিবলৈ মই আবেগত কথাখিনি কলোঁ, আৰু তাইক ভালকৈ বহুৱাই দি মূৰত হাত বুলালোঁ।

"মোৰো এই সংসাৰত দুখুনী আইৰ বাহিৰে কোনো নাই অসীমদা। তেন্তে তুমি মোৰ দাদা হলা।"

ক্ষন্তেক নীৰৱে থাকি জোনালীয়ে চকুৰ পানীখোৰ মচিলে।

"মই সকলো কথা তোমাক খুলি কম অসীম দা। পিছে এটা কথা ভাবি মোৰ বৰ ভয় লাগিছে।"

"কি কথা ?"

"ইয়াৰ বাবে তুমি পৰিণাম ভুগিব লাগিব। হয়তো উদাৰ মহৎ তোমাৰ মূৰতো সমাজে কলঙ্ক জাপি দিব।"

"মই ভয় নকৰোঁ। মিছাৰ অন্ধ সমাজ এখনৰ মাজত মানুহ বোলাই থকাতকৈ, সত্যৰ শূন্য পৃথিৱী এখনত মই অকলশৰীয়া অজ্ঞাত জীৱন এটিকে বৰণীয় বুলি ভাবোঁ। বিকৰ্ণ এশ কৌৰৱৰ মাজত অকলশৰীয়া আছিল। সত্যৰ পক্ষে থিয় দিয়া বাবেহে সমাজে যীশুক ক্রুচ আৰু চক্রেটিছক বিষদান কৰিলে।"

জোনালীয়ে মোৰ তেজোদ্দীপ্ত মুখৰ ফালে অবাক দৃষ্টিৰে চাই আছিল। মই তাইৰ চকুলৈ চোৱাত হঠাতে তলমূৰ কৰিলে।

[ ৫ ]

জোনালীৰ কথা ভাবি মনৰ চিন্তাই সীমা নেৰুবাইছিল। একবস্ত্রা দুৰ্গতা বালিকা জোনালীৰ বাবে কেইডোখৰমান কাপোৰ কিনি দিয়াৰ প্রয়োজন হৈছিল। পিছদিনাখন জোনালীক বহুত সুস্থ ৰূপত দেখিছিলোঁ যদিও মনৰ আকাশ ডাৱৰ শূন্য হোৱা নাছিল। মুখৰ স্বাভাৱিক হাঁহিৰেখা তাইৰ চিৰতৰে মাৰ যোৱা যেন লাগিছিল। এক অস্বাভাৱিক কাৰুণ্য ভৰা গম্ভীৰতাই তাইৰ কোমল মুখখন আগুৰি ৰহিছিল। মই অফিচলৈ গৈছিলোঁ। ওৰে দিনটো তাই ঘৰৰ ভিতৰতে থাকিব বুলি মোক কৈছিল। যাবৰ সময়ত মোক এটা অনুৰোধ কৰিছিল—তাইক কোনো এটা অফিচত কাম যোগাৰ কৰি দিব লাগে। মই মাত্র পাতল হাঁহি মাৰি কলোঁ—"কোনো চিন্তা নাই। মই দেখোন কালিয়ে প্রতিজ্ঞা কৰিছোঁ তোমাৰ দায়িত্ব বহন কৰিছোঁ বুলি।"

জোনালীৰ মুখত কৃতজ্ঞতা ভৰা মৌনতাৰ ভাব লক্ষ্য কৰিলোঁ। দ্বিতীয় নিশা আমাৰ ভিতৰত অনেক কথা আলোচনা হ'ল। সেই নিশা প্ৰকৃততে মই নীৰৱ শ্ৰোতা। জোনালীয়ে তাইৰ অন্তৰ পৰশা কাহিনী অনৰ্গল কৈ গৈছিল। মাজে মাজে জোনালীয়ে উত্তেজিত হৈছিল, আৰু হঠাতে কণ্ঠৰোধ হোৱাৰ দৰে দুখ বেদনাত ফোঁপাইছিল। অইন এটি দুটি প্ৰশ্ন আৰু সান্ত্বনা-বচন মাত্ৰ মই শুনাই গৈছো। অতি নীচ লাজ লগা বৰ্ণনাৰ বেলিকা তাইৰ কাণমুখ ৰঙা পৰি গৈছিল। মাৰ্জ্জিত ভাষা বিচাৰি জিভা থমকি ৰৈছিল।

জোনালীৰ সকলোবোৰ কথাৰ পৰা মই ইযাকে বুজিলোঁ—ঘটনাৰ দিনাখন নিশা ন মান বজাত মদন মিত্ৰই জোনালীক এটা দুসংবাদ দিলে যে তাইৰ মাক বেমাৰত পৰিছে। খবৰটো নিৰ্ভৰযোগ্য হোৱাৰ বাবেই জোনালীয়ে চকুৰে আন্ধাৰ দেখিলে। তাই যেন পাখি মেলি সেই মুহূৰ্ত্ততে উৰি যাব মাকৰ ওচৰলৈ। তাৰো উপায় মদন মিত্ৰই কৰিলে। কিছুমান ঔষধ ইন্‌জেক্‌চন লৈ মদনে নিজেই জীপ নিযাৰ সিদ্ধান্ত কৰিলে, সঁচাকৈ মদন কেৱল ডাক্তৰ নহয়, মদন মিত্ৰও। অইন অসুখ হ'লে হযতো মাহীয়েকে ঘৰৰ কোনো ল'ৰা নাইবা ছোৱালী এটি লগত পঠালেহেঁতেন। অন্ততঃ বিপদত মাত এষাৰ দিয়াও বৰ দৰ্কাৰ। কিন্তু কলেৰা ৰোগীৰ খবৰ লয় কোনে? ইফালে তেনে বিপদত জোনালীক বাধা কৰাৰো কোনো প্ৰশ্ন উঠিব নোৱাৰে।

মদনৰ লগত জোনালী ৰাওনা হ'ল। কলিকতীয়া ধাঁবিত জোনালী মেথি পাক খালে। শৰাইঘাটৰ দলং পাৰ হৈয়ে মিত্ৰই প্ৰণযৰ বকলা মেলিলে। সি হেনো তাইক প্ৰথম দেখা দিনৰে পৰা মনৰ শান্তি হেৰুৱাই পেলাইছিল। বহু কথা শুনিবৰ ধৈৰ্য্য হেৰুৱাইছিল যদিও তাই নীৰৱে শুনাৰ ভাও ধৰিছিল। কৰ লগাবোৰ কৈ কৈ শেষত সি তাইক বিযা কৰাৰ প্ৰস্তাৱ তোলে। সিমানতো জোনালী নীৰৱ। কথাৰ সঙ্গতি বিচাৰি পোৱা নাছিল। অনুমান বিশ পঁচিশ মাইল বাট

যোৱাৰ পিছত মদনে ফটিকা খাইছিল। এইবাৰ সি প্ৰেমৰ সক্ৰিয় অভিযান চলোৱাত লাগিল। প্ৰথমতে অনুৰোধ। তাৰ পিছত কঢ়া বচন। এনেকি শেহান্তত তাই সক্ৰিয় প্ৰতিবাদ জনাই গাড়ীৰ পৰা জাপ মাৰি যাব খুজিলে। তেতিয়া গাঁওলৈ বেছি দূৰ নাই, হয়তো ৩/৪ মাইল, মুকলি পথাৰখন এৰিযেই গাঁও পোৱা যাব। গাড়ী ৰখাবলৈ মদন বাধ্য হৈছিল। জোনালীক গাৰ বলেৰে আঁকোৱালি ধৰি সি কলে যে মাকৰ অসুখ মিছা, যিকোনো প্ৰকাৰে জোনালীক লাভ কৰাটোৱে হ'ল তাৰ উদ্দেশ্য। খং উদ্বেগ ঘৃণাত জোনালীৰ ধৈৰ্য্যচ্যুতি ঘটিল। তাই গাৰ সমস্ত শক্তিৰে মিত্ৰৰ গালত প্ৰচণ্ড চৰ শোধাই দি প্ৰতাৰক গুণ্ডা বুলি গালি পাৰিলে। হঠাতে মিত্ৰ বাবু গম্ভীৰ হোৱা যেন লাগিল, হাত এৰি সি গাড়ীত বহিল। মদৰ নিচাত তেনে কৰা বুলিকৈ নিজৰ ভুলৰ বাবে ক্ষমা খুজিলে আৰু জোনালীক ঘৰত থৈ আহিবলৈ গাত ললে। সেই মুহূৰ্ত্তত কি কৰা ভাল, কি কৰা বেয়া তাই উপায় বিচাৰি পোৱা নাছিল। ওৰে বাটে এজন মদাহীৰ লগত যুঁজি যুঁজি তাইৰ যুবতীদেহ অধীৰ অবশ হৈ গৈছিল। খোজ এটি দিয়াৰো বল শৰীৰত নাছিল। গাড়ী আগবাঢ়ি গৈ থাকিল, কিন্তু গাড়ী যেতিয়া ৰ'ল, তাই বুজিব পাৰিলে পঞ্চাযত অফিচৰ ভিতৰলৈহে তাইক সুমুৱাই নিয়া হৈছে। জোনালীৰ মূৰ আচন্দ্ৰাই কৰিছিল। মদৰ গোন্ধত তাইৰ বমি বমি লাগিছিল। তথাপি তাই ঘূৰি পলাবৰ চেষ্টা কৰিলে। এইবাৰ মিত্ৰ বাবুৱে গাভৰুৰ ভৰি দুখনত সাৱটি ধৰি চুমা খাবলৈ ধৰিলে। পৌৰুষৰ চৰম অৱনতি দেখি যুৱতী হৃদয় স্তম্ভিত হৈছিল। মদনে কৈছিল—"লাগিলে মূৰত পদাঘাত কৰা, তথাপি বঞ্চিত নকৰিবা দেৱী। মোৰ প্ৰতি সদয় হোৱা।" চিঞৰি সাহায্য বিচাৰিবৰো জোনালীৰ শক্তি নাছিল। এনেকি তাই স্থিৰেৰে থিয় দি থকাটোও অসম্ভৱ হৈ পৰিছিল। মনতে ক্ষীণকৈ তাই ভাবিলে হয়তো বিধিয়ে তাইক বিড়ম্বনা কৰিব। মূৰ আচন্দ্ৰাই কৰি কাষৰ বেঞ্চখনতে তাই বহি পৰিছিল। কিছু পৰৰ পিছত তাই অনুভৱ কৰিলে যে

মদনে তাইৰ কান্ধত হাত ডুখন দি আছে। এনেতে কিছুমান লোকৰ প্ৰবেশ। ধাৰ-ধৰ কিল ভুকু চলিল। জোনালীয়ে সমাজৰ দুৰ্ব্যৱহাৰ, জোৰ-জুলুম, অন্যায় অবিচাৰৰ পৰিণতি স্বৰূপে কিদৰে তাই ঘৃণা কৰা মানুহজনৰ লগত গুৱাহাটীলৈ আহিব লগা হ'ল সেই পৰ্য্যন্ত ক'লে আৰু শোকে ভাগৰে স্তব্ধ হৈ ৰ'ল।

"উঃ অতি করুণ। সমাজে তোমাৰ প্ৰতি নিষ্ঠুৰ আচৰণ কৰিছে।" মই নিৰাশ্ৰয়া গাভৰুৰ বিনাই-বিপত্তিৰ কথা ভাবি অধৈৰ্য্য হৈছিলোঁ। কৈ কৈ জোনালীৰ সকলো কথা শেষ হোৱা বুলি ভাবিলোঁ।

জোনালীয়ে কিন্তু মোক আশ্চৰ্য্যান্বিত কৰি আকৌ আৰম্ভ কৰিলে। পিছদিনা দোকমোকালিতে যেতিয়া তাই গুবাহাটী পায় তেতিয়া মদনৰ ফাৰ্ম্মাচীৰ আগত বহুত জনতাৰ জুম। সকলোৱে যেন সিহঁতকে অপেক্ষা কৰি আছে। কোনোবে চিঞৰি কৈছিল "আহিল আহিল"। জোনালীৰ মাহীয়েকেও পদুলিৰ মুখত বৈ আছে, তাইৰ বিস্ময়ৰ সীমা নাই। গাড়ীৰ পৰা নামি কালৈকো নাচাই মাহীয়েকৰ ফালে তাই আগবাঢি গ'ল। মদনে তাইক লগতে যাবলৈ ইঙ্গিত কৰিছিল যদিও জোৰ নকৰিলে, বিশেষকৈ পৰিস্থিতি অনুকূল নাছিল। মাহীয়েকেও বিষণ্ণমুখী জোনালীক সাবটি ধৰি ঘৰলৈ নিলে। মাতৃহীনা হৈ উভতি অহা বুলি তাইক সান্ত্বনা দিব খুজিছিল। এটা শব্দও মুখেৰে নকৈ জোনালীয়ে গৈ নিজৰ বিছনাত পৰিল। গাৰুত মুখখন গুজি দি তাই পাৰে মানে কান্দিছিল। সেইফালে মদনৰ ফাৰ্ম্মাচীত এখন হৈ চৈ লাগি পৰিল। নিজৰ দুষ্কাৰ্য্যবোৰৰ তেনে ক্ৰিয়া-প্ৰতিক্ৰিয়া হোৱা বুলি তাই ভাবিলে। সেইদিনাখন সন্ধিয়া তাই মাহীয়েকৰ পৰা বুজিব পাৰিলে যে প্ৰদীপ গাঙ্গুলী বুঢাৰ ছোৱালীৰ এটি অবৈধ সন্তান জন্মিছে, আৰু সেই সন্তানৰ পিতৃ মদন মিত্ৰ। গাঙ্গুলীয়ে এখন সমাজ পাতি মদনক কন্যা গটাই দিয়াৰ ব্যৱস্থা কৰিছিল। কিন্তু ৰাতি সমাজৰ লোক আহি মদনক বিচাৰি নাপাই পলাল বুলি ধৰিলে। পাছত জোনালীক লৈ গাঁৱলৈ যোৱা খবৰত বহুতে বহু ৰকমে গুণা-গঁথা কৰিলে। কথা

কাণ্ডবোৰ দেখি মাহীয়েকৰ ভবো মন দুশ্চিন্তাৰে ভৰি পৰিছিল। পাছত জোনালীক ঘূৰাই পালে বুলিহে মাহীয়েকে স্বস্তিৰ নিশ্বাস পেলালে।

নিশা মহাদেৱেকে মাহীযেকক কোৱা কথা তাইৰ কাণত পৰিল। "এক নম্বৰ হাৰামী এই মদন। বাপেকে তাক ত্যাজ্য পুত্ৰ কৰি খেদি দিছে। টাউনৰ গলিয়ে গলিয়ে তাৰ কীৰ্ত্তিৰ সীমা নাই। কিন্তু জোনালীক বেনেকৈ সি এটা ৰাতিৰ ভিতৰতে বিয়া কৰালে আচৰিত ব্যাপাৰ। আমাৰ ঘৰতে থাকি ঘূণাক্ষৰেও এটা কথা আমাৰ আগত নকয। এইজনীক আমি ইয়াত ঠাই দিয়া ভাল হোৱা নাই।"

তীব্ৰ প্ৰতিবাদ কৰি মাহীয়েক বৈ গৈছিল। মহাকে ধমক্ দি তেওঁৰ মাত মাৰিলে। ক'লে, মদনে নিজেই সমাজৰ মানুহক কথাটো কৈছে আৰু গাঙ্গুলীৰ ছোৱালীক ৰক্ষিতা কৰি ৰাখিবলৈ সম্মতি দিছে। জোনালীৰ লগত বিযাৰ চিন স্বৰূপে এধাৰি নাৰ্জি ফুলৰ মালা তাৰ জীপ গাড়ীত পোৱা হৈছিল। পিছদিনা পুৱাতেই তাইক ঘৰৰ পৰা বাহিৰ কৰি দিবলৈ ক'লে।

গোটেই নিশা অসহ্য মানসিক যন্ত্ৰণাত চট্‌ফট্ কৰি জোনালীয়ে সেই নিশাই আত্মহত্যাৰে চৰম শান্তি বিচাৰিলে। ৰেল লাইনলৈ গৈ ভাবিলে— শেষবাৰৰ কাৰণে তাই মাকক চাই লয়। গাড়ী চলিল মানুহলৈ তাইৰ লক্ষ্য নাই। কাগজত কিবা লিখি মেৰিয়াই ৰাতিৰ আন্ধাৰৰ মাজতে গাঁওলৈ যোৱাৰ কথা ভাবিছিল। তাৰ পিছত কি হ'ল, কি নহ'ল আৰু যেন একো ক'ব নোৱাৰে।

* * *

দিনৰ দিনটো ঘূৰি ফুৰি গধূলি বহালৈ উভতিছো। জোনালীয়ে লেম্পটো জ্বলাই থৈ বিছনাতে দীঘল দি আছিল। দেহত যেন মনুষ্য-চেষ্টা নাই, মনৰ কোণতো যেন একো পাৰ্থিব আশাৰ লেখমাত্ৰ চিন নাই। মোৰ ফালে তাই ঘূৰি চাইছিল, কিন্তু তাত কোনো প্ৰশ্ন নাই, একো কৌতূহল নাই। মই ক'লো—

"টেলিগ্ৰাফ অফিচত কাম পোৱা যাব, অৱশ্যে তিনি মাহৰ প্ৰশিক্ষণ লব লাগিব।"

"হয়নেকি ?"

জোনালীয়ে নিৰুদ্বেগ ভাবেই প্ৰশ্নটো কৰিছিল। আচলতে তাৰ মাজত কোনো উৎসাহ বা আস্থা প্ৰকাশ পোৱা নাছিল। জীৱনলৈ নতুনকৈ আশা আৰু উদ্দীপনা ঘূৰাই অনাৰ প্ৰয়োজন আছে— মই ইয়ানকে বুজিলোঁ। মোৰ ৰন্ধা কামত অকণ সহায় কৰি দিবলৈ জোনাক অনুৰোধ কৰিলোঁ। প্ৰকৃততে সেই সাহায্য ভিক্ষা মোৰ বাবে নহয়, তাইঁৰ মানসিক উন্নতিৰ কাৰণেহে আছিল। মই তাইক মাকৰ কথা সুধিলোঁ। তাৰ দ্বাৰা তাইৰ হিয়াৰ শুকোৱা জুৰিটিত মৰম চেনেহৰ ধাৰ বোঁৱাবলৈ চেষ্টা কৰিছিলোঁ। মাকৰ কথা কৈ তাইৰ মুখত হোৱা ভাবৰ পৰিৱৰ্তন মই লক্ষ্য কৰিলোঁ। ষ্টোভৰ জুইৰ পোহৰত তাইৰ মুখখন কেতিয়াবা ৰঙা আৰু কেতিয়াবা শেঁতা পৰা দেখিলোঁ।

সিও এক কৰুণ কাহিনী। জোনালীৰ মাক চন্দৰী বাপেকৰ বৃদ্ধ বয়সৰ সন্তান আছিল। বুঢ়াই প্ৰথমা পত্নীৰ অভাব পূৰ্ণ কৰিবলৈ আৰু চাৰি পাঁচটি সন্তানৰ তদাৰক লোৱাৰ বাবেই ত্ৰিকুৰি পোন্ধৰ বছৰ বয়সত চন্দৰীৰ মাকক দ্বিতীয় পক্ষীয়া কৰি ঘৰলৈ আনিছিল। চন্দৰী যেতিয়া মাকৰ গৰ্ভত তেতিয়া এদিন বুঢ়াই লাহেকৈ চকু মুদিলে। চন্দৰী জন্মিল। মাকে তাইক অ'ত ত'ত দলিয়াই থৈ ঘৰুৱা জাল-জঞ্জাল টানি আজুৰি ফুৰে। কামৰ অন্তত কেতিয়াবা এচোৰোহা কেঁচুবাক খুৱায়, কেতিয়াবা কান্দি কান্দি লেলাউটি পাৰি সেই পিনেই শুই পৰে। ক'বলৈ গ'লে চন্দৰী যেন মাকৰ দুৰ্ভাগ্যৰ চিন স্বৰূপে মাকৰ উদৰত ঠাই পাইছিল। বৈমাত্ৰেয় ককাযেক বাযেক সকলেও চন্দৰীক এবাৰ 'আয়ে দেহি' মাত মাতি অকণ তুলি নধৰিছিল। সিবিলাকৰ তুষ্টি-সন্তুষ্টি সাধোতেই চন্দৰীৰ মাকৰ দিন-ৰাতি বাগৰিছিল। সতিনীৰ ডাঙৰ ল'ৰাবোৰে চন্দৰীৰ মাকক ঘৰৰ কাম বন কৰা বান্দী যেন জ্ঞান কৰিছিল আৰু চন্দৰীও আছিল বান্দীৰ সন্ততি। তেনেকৈও চন্দৰীৰ

দিন নগ'ল। চন্দৰী তেতিয়া সাত বছৰীয়া ছোৱালী। এদিন তাইৰ মাকও হাইজা ৰোগত মৰি থাকিল। বিধাতাৰ কুটিলতাই সংসাৰ দলনিত চন্দৰীক এইদৰেই পোনা মেলিলে।

অনাদৰ অৱজ্ঞাৰ মাজত ঘাট-মাউৰী চন্দৰী শিশু গুচি কিশোৰী হ'ল, কিশোৰী গুচি যুৱতী হ'ল। বৈমাত্রেয সকলৰ অবিচাৰ আৰু অবহেলাত এদিন তাইৰ যৌৱনো বৈ যায় যায়। এনেতে তাই এটি ভুল কৰিলে। বয়সৰ ভুল। সেই ভুলৰ পৰিণতি ৰূপে জোনালীৰ জন্ম হৈছিল আৰু চন্দৰী হৈছিল এক ধনী চাহ খেতিয়কৰ ৰক্ষিতা।

দোষ হয়তো পৰিস্থিতিৰহে, ভুল হয়তো মুহূর্তৰ, কিন্তু তাৰ সুদূৰ প্রসাৰী ক্রিয়া-প্রতিক্রিয়াত চন্দৰীৰ জীৱনজৰী ছিন্ন ভিন্ন হৈ উফৰি ফুৰিব লগা হ'ল। এদিন কেঁচুবা বুকুত বান্ধি চন্দৰী জন্মভূমি ত্যাগ কৰিবলৈ বাধ্য হ'ল।

[ ৬ ]

মই নাজানো শান্তি আৰু সৌষ্ঠব ঘূৰাই আনিবলৈ গৈ জোনালীৰ সুমাব খোজা মনৰ জুই জ্বলাইহে তুলিলোঁনেকি। মোৰ কিন্তু উপায়ো নাছিল। মনোবিজ্ঞানে কয়, পুঞ্জীভূত বেদনাই প্রকাশৰ থল নাপালে হেনো মনৰে বিকাৰ ঘটায়। বেদনা যিমানেই অন্তর্দাহী নহওক তাক মন উজাৰি ক'বলৈ এটা পৰিবেশ সৃষ্টি কৰিব পাৰিলে মানসিক ৰোগীয়ে সকাহ পায়। দুশ্চিন্তাৰ দুর্বিসহ জ্বালাত অন্তৰৰ গহনত দীন মন নীৰৱ নিথৰ হৈ পৰি থাকিবলৈ বিচাৰে। চিত্তৰ দুৱাৰ আনৰ বাবে আপুনি বন্ধ হৈ পৰিব খোজে। নিৰলে নিভৃতে হৃদয় অৰণ্যত ৰোগীয়ে আপোন খেয়ালত বিচৰণ কৰি ভাল পায়। যেন চিত্তৰোগী মহা তপস্যাত ব্রতী। সেয়ে মোৰ চেষ্টা আছিল জোনালীৰ ধ্যান ভঙ্গ কৰা।

মনৰ নিঃসঙ্গ স্বপ্ন ভাঙি দি তাইক সঙ্গ আৰু বাস্তৱৰ উজ্জ্বলতা দান কৰিব লাগিব। তাইৰ চকুৰ পতাত এতিয়াও স্বপ্ন-মদিৰ, তন্দ্ৰাৱেশ।

"আইৰ কথা? আইৰ কথা সুধিছা অসীম দা? নুসুধিবা। তেওঁৰ কথা ভাবিলেই মই বাউলী হৈ যাম। তুমি নাজানা সেই মুখ চাবলৈ মোক কিহবাই যেন ডিঙিত জৰী লগাই টানি নিছিল আৰু মোৰ এই মুখ 'তেওঁক দেখুবাব লগাৰ ভয়তে মই মৃত্যু কামনা কৰিছিলোঁ। কাৰণ আয়ে মোক দঢ়াই দঢ়াই কৈছিল—'ভ্ৰষ্টা নহবি। বৰং মৰিবি। কিন্তু মই এটিও কথা ৰাখিব নোৱাৰিলোঁ।"

"কিয় নোৱাৰিবা? তুমি জানো ভ্ৰষ্টা?"

"অৱশ্যে সমাজৰ চকুত মই আজি ভ্ৰষ্টা আৰু ভ্ৰষ্টা হৈও আইৰ আগত মই বাঁচি আছো। মৰিব নোৱাৰিলোঁ।"

তুমি দুয়োটাই ৰাখিছা। কিয়নো তুমি ভ্ৰষ্টা নোহোবা। আৰু তেতিয়া মৰাৰ প্ৰশ্নইবা উঠিব কিয়?"

মই দৃঢ়ভাৱে জোনালীৰ আত্মবিশ্বাস আৰু হেৰাই যোৱা মনোবল ঘূৰাই আনিবলৈ যত্ন কৰিলোঁ। কাৰণ মই বুজিলো তেতিয়াও জোনালীৰ মনে সামাজিক কলঙ্কৰ কথাকে ৰোমন্থন কৰি আছে। কলঙ্কৰ দুশ্চিন্তা তাইৰ মস্তিষ্কত বৰ গাঢ়তৰ হৈ বহিছিল। কথাৰ ঢাল অন্যফালে ঘোৰাবলৈ মই ক'লোঁ।

"তোমাৰ মাতৃৰ উপদেশো মহৎ। মহতী হৃদয়েহে মহাবাণীৰ উচ্চাৰ কৰে। সেই মহীয়সী নাৰীয়ে তোমাৰ নিষ্পাপ মনক সহজে বুজিব পাৰিব। তুমি ধৈৰ্য্য ধৰা জোনা।"

বিবেকৰ অদ্ভুত বিচাৰ! বাহিৰত সেইদৰে কৈ মই নিজেই এক আকস্মিক সন্দেহত পৰিলোঁ। চন্দৰীয়ে জোনালীৰ চৰিত্ৰৰ ওপৰত ইমান অনুশাসন চলাইছিল কিয়? চিঠিখনতো পঢ়িছিলোঁ জোনালীয়ে মাকৰ ভৰিত ধৰি শপত খাইহে বাহিৰলৈ বিদ্যালাভৰ বাবে ওলাইছিল। নাইবা জোনালীয়েইবা এইদৰে নিজকে ভ্ৰষ্টা বুলি ভাবি বাৰে বাৰে সঙ্কুচিতা হৈছে কিয়? তেন্তে কি সঁচাই জোনালীৰ কেতিয়াবা

কেনেবাকৈ পদস্খলন হৈছে? তেনেহ'লে জোনালীয়ে মোক তেৰা শ্ৰোতা সজাই এসোপা মিছা গল্প শুনাইছে, নহ'লেবা সেই সকলোবোৰ আচলতে তাই ভ্ৰমকে বকিছে নেকি? এশ এটা প্ৰশ্নই মোৰ মনৰ মাজত নিমিষতে জুমুৰি দি উঠিল। চিন্তা-বিচাৰৰ আঁত যেন হেৰাই গ'ল। মই পেপুৱা হৈ পৰিলোঁ। অনেক সময় এইদৰে হয়তো নিস্তব্ধ হৈ আছিলোঁ। মোৰ নিচেই ওচৰতে বহি থকা জোনালীৰ কথাকে মই পাহৰিব খুজিলোঁ। এনেতে তাইৰ শান্ত কণ্ঠস্বৰে মোৰ মৌনতা ভাঙিলে।

"আইৰ অন্তৰ মহৎ হৈছিল তেওঁৰ জীৱনত কৰা এটা বৃহত্তৰ ভুলৰ বাবে। এটা বয়সৰ ভুল, এটা মুহূৰ্ত্তৰ ভুলেও মানুহৰ জীৱনলৈ এনে দুৰ্বহ দুখ-দৈন্য লৈ আহিব পাৰে, সংসাৰখন মৃত্যুতকৈও ভীষণ যন্ত্ৰণাৰ ঠাই কৰি যে তুলিব পাৰে—আই তাৰে সাক্ষী। সেই নাৰীৰ জীৱনদশা ক'বলৈ গ'লে মই নিজে বিচলিত হম, কিন্তু তেওঁৰ জীৱনৰ মধুৰতম দুৰ্ঘটনা এটা মাত্ৰ আজি তোমাক কওঁ। পাছে যেন মোক ঘিণ নকৰা ।"

মোৰ চকুলৈ নোচোৱাকৈ তলমূৰ কৰি চাউলত থকা সৰু সৰু ধানবোৰ বিচাৰি বিচাৰি জোনালীয়ে কৈ গ'ল। ষ্টোভৰ দাইলে তেতিয়া ভক্ ভক্ কৰি এটা উত্তেজিত ভাব প্ৰকাশ কৰিছিল।

"ছলাহী বাগানৰ বিভব চৌধুৰীক জানা?"

"কিয় নাজানিম? তেওঁ যে এজন উত্তম চাহ ব্যবসায়ী। ধনাঢ্য ব্যক্তি বুলিয়ে নহয়— সমাজ হিতৈষণাৰ কামত তেওঁ লেখত লবলগীয়া, তেওঁৰ দান বৰঙণি বৰ অতুলন।"

"তেওঁৰ এজন ককায়েক আছিল।"

"শুনিছিলোঁ, বৈকুণ্ঠ চৌধুৰী। তেওঁ হেনো বাপেক বিষ্ণু চৌধুৰীৰ গুলীত মৰিছিল। পিছে, কেচত বোলে প্ৰমাণ হৈছিল আত্মহত্যা কৰা বুলি।"

"হয়। পাছে ঘটনাৰ আঠমাহমান পিছত বাপেক বিষ্ণু চৌধুৰীয়েহে

প্ৰকৃততে আত্মহত্যা কৰিছিল— পুত্ৰ হত্যাৰ যন্ত্ৰণা সহিব নোৱাৰি। সত্য কিন্তু অপ্ৰকাশে ৰ'ল যদিও অনুমানত বহু কথাই ওলাইছিল।"

"কিন্তু তুমি ইমানবোৰ কথা কেনেকৈ জানিলা? এই ঘটনাটো ওঠৰ বিশ বছৰ আগতে হৈছিল।"

"মই মাৰ মুখৰ পৰা শুনিছিলোঁ। কাৰণ কবলৈ গ'লে মাৰ যৌৱন এই শোকাবহ ঘটনাৰ বাবে দায়ী আছিল।"

মোৰ শৰীৰত যেন কঁপনি এটা উঠি আহিছিল। বিস্ময়ত চকুহুটা বৰকৈ মেল খাইছিল। জোনালীয়ে মোক কিবা ডিটেক্‌টিভ কাহিনী শুনাব খুজিছে নেকি? নে তাই নিজেই কোনো ডিটেক্‌টিভ কাহিনীৰ নায়িকা? দাইলৰ পানী শুহি তলিত লাগিছিল। দেঁৱা দেঁৱা গোন্ধ আমাৰ নাকত লাগিছিল। জোনালীয়ে মোৰ আশ্চৰ্য্যৰ অনুভূতি উপলব্ধি কৰি এটা পাতল হাঁহি মাৰিছিল।

"ভয় নাখাবা। দাইলত পানী অকণ দিয়া।"

জোনালীয়ে লাহে লাহে গল্প আৰম্ভ কৰিলে। ৰহস্যময়। ৰোমাঞ্চকৰ। অবাক হৈ মই তাইৰ ফালে চাই শুনি গ'লোঁ।

"বস্তুত বয়সলৈ মাৰ বিয়া হোৱা নাছিল। যৌবন উপচি উপচি যেন বাগৰি যায় যায়। ছলাহী বাগানত সেইবেলি বিৰাট দুৰ্গোৎসব। বিষ্ণু চৌধুৰীয়ে পূজাৰ দুদিন আগতে মাক নিছিল। উদ্দেশ্য ছলে বলে কৌশলে তেওঁৰ মন জয় কৰা। তুমি হয়তো নুবুজিবা। কথাটো থোৰতে এই— মা আছিল শিশুতে ঘাট-মাউৰী। অসমৰ্থ বৈমাত্ৰেয় ককায়েক সকলৰ অনাদৰ অবজ্ঞাতে আৰু বৌবেক সকলৰ সততে চকুৰ কুটা দাঁতৰ শূল হৈ তেওঁ দুৰ্ব্বহ জীৱন যাপন কৰিছিল। পৈত্ৰিক সম্পত্তি মদত উৰাই বিষ্ণু চৌধুৰীৰ সাহায্যত পুনৰ টনকিয়াল হোৱাৰ সপোন দেখিছিল ককায়েকহঁতে। চৌধুৰীয়েও আৱশ্যকতকৈ বেছি ধন দি ঘৰখনক তুলি ধৰিবলৈ উঠি পৰি লাগিছিল। কিন্তু ধন আৰু বন্ধুত্বৰ বিনিময় সূত্ৰ ৰচনা হৈছিল মাক কেন্দ্ৰ কৰিহে। বুঢ়া বিষ্ণু চৌধুৰীয়ে বহু চেষ্টাৰে নোৱাৰি ভোগৰ বিলাস আৰু প্ৰৰোচনাৰ সমগ্ৰ

জাল পেলাই হৰিণ চিকাৰৰ বুধি পাঙিছিল। ককাযেকহঁতৰ ষড়যন্ত্ৰৰ কাৰণে মায়ো যেন অতৰ্কিতে বাঘৰ চোঙত গৈ ভৰি দিছিল। তেওঁ নাজানিছিল নিজৰ গাৰ মঙহে বুঢ়া-ডেকা কিমান বাঘৰ লেলিহান দৃষ্টি আকৰ্ষণ কৰিব পাৰে। তৰুণ বয়সত মা বোলে হেজাৰৰ মাজত চকুত পৰা বিধৰ আছিল। কোনো দিনে ঘৰৰ চাৰিবেৰৰ বাজ নোহোৱা বাবে আই নিজৰ ৰূপৰ প্ৰতি সচেতন নাছিল। অসচেতন লোক বহুসময়ত অসতৰ্কও হয়। বিষ্ণুদত্ত অলঙ্কাৰ আৰু জিকমিকিয়া পাতল কাপোৰ পিন্ধি মা দুৰ্গা গোসানীতকৈও জ্বলি উঠিল।

কথাষাৰ কৈ জোনালী অলপ ৰৈ গ'ল। প্ৰৌঢ়ৰ ক্ষীণ পোহৰত দেখিলোঁ তাইৰ মুখত এটা লাজ লাজ ভাব। বৰ দু সাহসিক কাম এটা কৰিবলৈ ওলোৱাৰ দৰে মুখৰ সেপ্ ঢুকিছিল যেন অনুমান হ'ল।

"তাৰ পিছত কি হ'ল?"

মই অভ্যাসতে কৌতূহল প্ৰকাশ কৰিলোঁ। এজন সমনীয়া বন্ধুক সেইদৰে সোধাহেঁতেন একো কথা নাছিল। পিছ মুহূৰ্ত্ততে অলপ অপ্ৰস্তুত হৈছিলোঁ।

"দাইলত দেখোন চম্ভাৰ দিবৰ হ'ল। পিঁয়াজ, জলা, পাছফোৰণ ক'ত?"

জোনালীয়ে হয়তো স্বাভাৱিক হবলৈ চেষ্টা কৰিছিল। অথবা তাই স্বাভাৱিক ভাবেই কামৰ তাল ৰাখি কথাবোৰও লগতে কৈ গৈছিল। হয়তো ময়েই কিছু স্বাভাৱিক হোৱাৰ প্ৰয়োজন হৈ পৰিছিল, কিয়নো দাইলত চম্ভাৰ দিয়াৰ কাম আচলতে কেতিয়াবাই পাৰ হৈ গৈছিল।

"মই সকলো ঠিক কৰি দিছোঁ। তুমি যদি বেয়া নোপোৱা অলপ জিৰা পটাত পিহি দিব পাৰা।"

"কিয় নোৱাৰিম?"

জোনালীয়ে বৰ উৎসাহ আৰু প্ৰশংসাসূচক দৃষ্টিৰে মোলৈ চাইছিল।

"তুমি এইবোৰ নিজেই কৰা?"

"কাৰণ বজাৰৰ ইটাগুৰি, বনগুটিৰ গুডি খাই পৈত্ৰিক সম্পত্তি ভোখৰ হেৰুৱাব নোৱাৰি।"

'কিন্তু এনে সৰু সুৰা কামলৈ কম ধৈৰ্য্য নালাগে। বিশেষকৈ সময় ।"

"মন কৰিলেই সকলো হয়। অফিচ নোহোৱাৰ দিনা এসময়ত হালধি কেইডোখৰ মান পিহি গুৰি কৰি কৌটাত ভৰাই থলেই হ'ল। হালধি পিহাটো এটা কম ব্যায়াম নহয়। মই দস্তুৰমত ঘামি যাওঁ। সেই দেখিয়েই মই কৰি ভাল পাওঁ। আমনি নালাগে। বাৰু এই ভচহু কথাবোৰ বাদ দিয়া।"

জোনালীয়ে আৰু কিবাকিবি মোক সুধিব যেন এনে ভাব হৈছিল। কিন্তু নুসুধিলে। হয়তো ভাবিছিল মই চাকৰি কৰোঁ অথচ নিজে ৰান্ধি-বাঢ়ি খাওঁ। অইন দহজনৰ দৰে হয়তো মেচ কৰিও থাকিব পাৰিলোঁহেঁতেন। নাইবা মই এনে সংকীৰ্ণ চুক এটাৰ ঠেক কোঠালি এটাত অকলশৰে থাকো কিয়? অথবা আৰু বহুত কিবা কিবি। মুখত স্বাভাবিক কথাৰ ঢৌ বা লহৰ মই লক্ষ্য কৰা নাছিলোঁ যদিও জোনালীৰ কৌতুহলী প্ৰশ্নভৰা অথচ অবাক অভিব্যক্তি দেখি মোৰ ভাল লাগিছিল। ভাবিলোঁ তাইৰ নিঃসঙ্গ ভাবৰ গধুৰতা বহুত পাতলিছে। তাইক হয়তো মনখুলি সকলো প্ৰশ্ন সুধিবলৈ দিয়াই ভাল। তেতিয়া হয়তো তাই আৰু সুস্থ আৰু স্বাভাবিক হব পাৰিব। কিন্তু নোবাৰিলোঁ। কিয় নাজানোঁ। মুখলৈ তোলা পান-পাত্ৰ যেন হঠাতে বাগৰি পৰিল। হেজাৰ হ'লেও জোনালী এজনী ছোৱালী। গাভৰু ছোৱালী। তাইৰ আগত মোৰ নিতান্ত ব্যক্তিগত জীৱনটো উদঙাই আলোচনা কৰাটো ভাল নালাগে। সেই মুহূৰ্ত্তটো জোনালীৰ আধৰুৱা কাহিনীৰ কথাই মোৰ মনত খুন্দিয়াইছিল। কৌতুহল ঠিক চৰম বিন্দুলৈ উঠিছিল। এনেতে অসমাপ্ত কৰি এৰাত মনটো খুটু খুটাই আছিল। পাছে দুই তিনিবাৰ বন্ধ কৰিও আকৌ

যেন সোধাৰ পৰা বিৰত হৈ পৰোঁ। আহেতুক শঙ্কা এটা হয় জানোচা ভদ্ৰতাৰ, শ্লীলতাৰ সীমা পাৰ হওঁ? বুদ্ধিমতী জোনালীয়ে যদি মোৰ ভিতৰত কুৰুচিৰ প্ৰবনতা বিচাৰি পায়। কিন্তু কিয়? তাইতো নিজেই কৈছিল যে মাকৰ কিবা এটা ডাঙৰ ভুলৰ কথা মোক ক'ব। মনলৈ সাহস আহিল, সুধিলোঁ—

"পাছে তোমাৰ কথাটো শেষ নকৰিলা দেখোন?"

"অ' বৈছো। এতিয়া জিৰাগুৰি লোৱা।"

হাতৰ লাচতেই জিৰাখিনি পটাত বটি জোনালীযে মোলৈ আগ-বঢাই দিলে। অনুমানতে ধৰিব পাৰি জোনালী ঘৰুৱা কামত পাকৈত। কেবল মুখেই নহয় তাইক দুখন হাতো দিছে বিধাতাই।

"কথাটো প্ৰায় শেষ হৈছেই। সেই দুৰ্গা পূজাৰ ৰাতি এটাতে মাৰ জীৱন-বুৰঞ্জীৰ এটি কৰুণ অধ্যায় শেষ হৈ নতুনকৈ এটি নিকৰুণ অধ্যায় আৰম্ভ হৈছিল।"

জোনালীযে কথাটো পোনে পোনে ক'বলৈ টান পাই যেন আওপকীয়া ভাবে প্ৰকাশৰ চেষ্টা কৰিছে—নওঠা সত্যটোক জধে মধে প্ৰকাশ নকৰি এটা বুদ্ধিগত সাহিত্যিক প্ৰলেপ তাত দিব খুজিছে।

"মাক ছুলাহী বাগানৰ এটি চুকৰ সৰু টিলালৈ লৈ যোৱা হৈছিল। সৰু টেক্সীখনৰ পৰা অকণ অকণ ল'ৰা-ছোৱালী কেইটাক বাটতে নমাই দিয়া হৈছিল। মাই নামিবলৈ উঠিব নে কি কৰিব এনেতে গাড়ী তীব্ৰগতিত কোনোবা ফালে আগবাঢি গ'ল। ফুট্ গধূলিতে। নিশাটো অৱশ্যে জোনালী আছিল। চকুৰে মনিব নোৱাৰালৈকে কেৱল শাৰী শাৰী গছ আৰু গছ, চাৰিওফালে লোকালোক নাই। তেওঁলোকে গৈ টিলাটোৰ য'ত উঠিছিল, তাত এখন বিশ্ৰামৰ বাবে পকী বেঞ্চ আছিল। আৰু সেয়ে হৈছিল গৈ আইৰ অবিবাহিত জীৱনৰ অপ্ৰত্যাশিত বাসৰ শয্যা। শৈলাসন ফুল-শয্যাত পৰিণত হৈছিল।

"কিন্তু কোনে ? কেনেকৈ তেওঁক প্ৰতাৰণা কৰিলে ? সেই বুঢ়া বিষ্ণু চৌধুৰীক ?"

মই বিছু উত্তেজিত হৈ পৰিছিলোঁ। ভাষা মাৰ্জিত কৰিবলৈ গৈ হয়তো জোনালীয়ে কথাৰ সঙ্গতি হেৰুৱাইছিল। কৰ্ত্তা-পুৰুষৰ নামটো তাই সেই পৰ্য্যন্ত কোৱা নাই। কিন্তু মোক আৰু আচৰিত কৰি তাই ক'লে—

"নহয়। তেওঁৰ পুতেকোহে। বৰ পুতেকে।

"তেন্তে বৈকুণ্ঠ চৌধুৰী ?"

"এৰা তেওঁ তেতিয়া অবিবাহিত, উদ্ধত আৰু উচ্ছৃঙ্খল যুৱক। নাৰী-মৃগয়া তেওঁৰ উদ্ধতালিৰ এটা চৰম দিশ আছিল। কিন্তু মাৰ কথাটো তাতকৈ অলপ পৃথক আছিল। সাধাৰণ বসুৱা-বনিতাৰ সৈতে থকা অভ্যাসৰ হয়তো ই আছিল এটা ব্যতিক্ৰম।

"মানে ? তোমাৰ মাৰ তেওঁ সমৰ্থন পাইছিল ?"

"এৰা। মাই বুজিছিল যে তেওঁ মাৰ প্ৰতি প্ৰকৃততে আকৃষ্ট আছিল। আৰু ইযাকো মাই বুজিছিল যে বুঢ়া বিষ্ণু চৌধুৰী পুতেকৰ ইচ্ছাৰ পথত আছিল প্ৰবল প্ৰতিবন্ধক। পুতেকেও সেই বিষয়ে সচেতন আছিল। তেওঁ ইযাকে মাক বুজাই দিবলৈ সক্ষম হৈছিল যে এনেকুৱা গন্ধৰ্ব্ব মিলনে বাপেকৰ দুৰভিসন্ধিৰ ওৰ পেলাব। তেতিয়া হয়তো লৌকিকভাবে তেওঁলোকৰ দাম্পত্য জীৱন সম্ভৱ হৈ উঠিব। বিশেষকৈ ঘৰুৱা ষডযন্ত্ৰৰ বাবে বুঢ়াৰ ৰক্ষিতা হোবাৰ আশঙ্কাত মাৰ মন বিষাক্ত আৰু বিদ্ৰোহী হৈ উঠিছিল। এই সম্মতিৰে তেওঁ তাৰে প্ৰতিশোধ ল'বলৈ বিচাৰিছিল।"

এনেতে দুৱাৰত দুই তিনিটা ঠক্‌ঠকনি শব্দ হ'ল। মই বাহিৰলৈ ওলাই আহিলোঁ। দেখোঁ ৰঙা চাইকেলখনত ৰঙা চাৰ্ট পিন্ধা পিয়নটো। বুকু চমকি গ'ল।

"পাচ বজাত এবাৰ আহি উলটি গৈছোঁ। বাবু এখন আৰ্জেণ্ট টেলিগ্ৰাম আছে।"

মোৰ হাতত খামটো দি সি গুচি গ'ল। লেম্পৰ পোহৰত অস্থিৰ হাতেৰে খামটো খুলি পঢ়িলোঁ।

"মেটাৰ চিৰিয়াছ, কাম চাৰ্প। ( Matter serious come sharp )

পৰহি মাত্ৰ ঘৰৰ পৰা আহিছো। দেউতাই এনে কি গুৰুত্বৰ বিষয়ত মোক মাতি পঠালে? হয়তো কিবা অসুখ বিসুখো হঠাতে হ'ব পাৰে। দেউতাৰ ৰক্তচাপ আছে। মই তেন্তে বিচলিত হ'ম বুলিয়ে অসুখৰ কথা লিখা নাই। নতুন দুশ্চিন্তাই সকলো কথা ওলট-পালট কৰি দিলে।

[ ৭ ]

দ্বিতীয় নিশাটোও জোনালীয়ে মোৰ খোটালীতে থাকিল। গোটেই নিশা চিন্তা-ভাবনাই মনত তোলপাৰ লগাই আছিল। ঘৰৰ টেলিগ্ৰাম পাই এবাৰ ভাবিলোঁ জোনালীকো লগতে লৈয়ে যাব লাগিব। চন্দৰী বাইক সকলো ইতিবৃত্ত জনাই অন্ততঃ সান্ত্বনা দিয়াও দৰ্কাৰ। জোনালীক প্ৰায় স্বাভাবিক অৱস্থালৈ ঘূৰাই পোৱা যেন লাগিল। তাইক বুজাই বঢ়াই নিব পৰা হ'ব। পোনতে আমি আমাৰ ঘৰলৈকে যাম। কাৰণ আমাৰ ঘৰ প্ৰথমতে পোৱা যায়। পাছত ঘৰৰ পৰিস্থিতি বুজি তাইঁতৰ ঘৰলৈ যাম। যদি ইযাত জোনালীৰ কিবা আপত্তি থাকে লাগিলে তাইকে পোনতে গৈ থৈ আহিম। মুঠতে কিবা এটা হ'ব। মনৰ কথা মনতে পাগুলি অকণমান টোপনি গৈছিলোঁ মাত্ৰ। শুনিলোঁ চৰাইৰ মুখত পুবতিৰ কাকলি। লৰালৰিকৈ উঠি মোৰ বিছনাখন সামৰিলোঁ। বেঞ্চ দুখন যথাস্থানত থলোঁ। লেম্পটো সুমুৱাই দি বিছনাৰ তলত সুমুৱালোঁ। জোনালী অলপ গভীৰ টোপনি গৈছে যেন লাগিল। মনতে ভাবিলোঁ তাই অকণ শোৱক। মই শৌচ পেচাব কৰি, হাত মুখ ধুইও তাইক জগাব পাৰিম।

এনেতে কোনোবাই আহি দুৱাৰত কৰাঘাত কৰিলে। সচৰাচৰ কৰা সঙ্কেতত্তকৈ ই সুকীয়া। আকৌ দুটা চাপৰ পৰিল, জোৰেৰে। লগে লগে মোৰ নামটোও উচ্চাৰণ কৰা শুনিলোঁ। বৰ খং উঠিছিল। ধলপুৱাতে এইদৰে শান্তি ভঙ্গ কৰাৰ কাৰ কি প্ৰয়োজন আছে? অভদ্ৰতাৰো এটা সীমা আছে। খিলিটো টান মাৰি কোবেৰে ওলাই আহিলোঁ। বিৰক্তিৰে মুখৰ পৰা ওলাল—

"কোন? কি লাগে?"

নিমিষতে মোৰ বিৰক্তি বিস্ময়ত পৰিণত হ'ল। নিৰতিশয় বিস্ময়। মই এখোজো আগবাঢ়িব নোৱাৰিলোঁ, নাইবা পিচ হুহকিবও নোৱাৰিলোঁ। এখন ভৰি দুৱাৰ দলিৰ বাহিৰে আৰু আনখন ভিতৰতে দি মই বুৰ্ব্বকৰ দৰে থৰ হৈ ৰলোঁ।

দীঘল হলো ক'লা কোটটো পিন্ধি ডিঙিত এৰীযাচাদৰখন মেৰিয়াই গোল-গোঁজ পুৰুষজন স্তম্ভৰ দৰে থিয় হৈ আছে। সেইজন দেউতা। সন্দেহ, দ্বিধা, বিস্ময়েৰে মোৰ চকুৰ মণি দুটাই তেওঁ চাইছিল।

"আপুনি অকস্মাতে কিয় আহিল?"

প্ৰায় কঁপি কঁপি ওলোৱা মাতেৰে কৈ মই দেউতাৰ চৰণত সেৱা জনালোঁ।

"আহিলোঁ দৰ্কাৰত।"

দেউতাই লাহেকৈ কোঠাৰ ভিতৰত সোমাই গ'ল। আগৰ অভ্যাসতে তেওঁ সোমাইছিল। মই বাধাইবা দিওঁ কেনেকৈ? মনত কি কৰোঁ কি নকৰোঁ লাগিছিল। তেতিয়া মই খিড়িকী এখনো খোলা নাই। ভাবিলোঁ দেউতা যদি সোমাযে আকৌ ওলাই আহে আহক। কিন্তু ওলাই নাহিল। তেওঁ খিড়িকীবোৰ এখন এখনকৈ খুলি দিলে। এইবাৰ আৰু ৰক্ষা নাই। আঠুৱাৰ তলত তেতিয়াও জোনালী লেপ লৈ শুই আছিল। তাই পৰম নিৰ্ভয়তাৰে টোপনি গৈছে। যদি দেউতাই আঠুৱা দাঙি চায়! মই লব মাৰি কৰবাত লুকাম যেন! কিন্তু নোৱাৰিলোঁ। নিৰ্দোষ অন্তৰতো এনে নিৰৰ্থক

আতঙ্ক, এনে বিভ্ৰান্তি দেখি নিজেই বিচলিত হলোঁ। আচৰিত কথা।

দেউতাই চকীখন টানি আনি দুবাৰ মুখত বহিল। বিছনাৰ ফালে তেওঁ হয়তো নজৰকে কৰা নাছিল। নাইবা মূৰে-গাই লেপ লৈ থকা মানুহৰ কথাটো তেওঁ কল্পনাই কৰা নাছিল। মই দুৰ-মূৰকৈ বিছনা নেসামৰি ওলাই অহাত লেপখন দীঘল হৈ পৰি থকা বুলিও ভাবিব পাৰে। মুঠতে তেওঁ বিছনাৰ ফালে পিঠি দি বাহিৰলৈ মুখ কৰি বহাত মই এটা দীঘল উশাহ লৈছিলোঁ। বিপদৰ মাজতো এটা ক্ষণিক নিৰাপত্তাৰ ভাব হৈছিল। বজ্ৰ-গম্ভীৰ স্বৰত দেউতাই ক'লে—

"টেলিগ্ৰাম পাইছিলি?"

"হয়।"

"পাছ নগলি কিয়? কালি ৰাতিতে গৈ পাবি বুলি বাট চাই আছিলোঁ। নোযোৱাত শেহৰাতিৰ মেইলত নিজেই আহিলোঁ।"

"টেলিগ্ৰাম পলমকৈ ৰাতিহে পাইছিলোঁ। মোক নাপাই পিয়ন জন আহি ৫ বজাত এবাৰ উভতি গৈছিল বোলে। কিন্তু ইমান জৰুৰী কি কথা?"

সেইবোৰ পাছ পৰেও জানিবি। সম্প্ৰতি হাত মুখ ধুই ওলা। চাহ আমি ষ্টেচনত খাম।"

মই একো উত্তৰ দিব নোবাৰিলোঁ। মোৰ বিব্ৰত ভাব চকুয়ে মুখে স্পষ্টতৰ হৈ প্ৰকাশ পাইছিল। জোনালীক লৈয়ে সকলোবোৰ সমস্যা ঘনীভূত হৈ উঠিছিল। এৰিব-বেটিব নোৱাৰা সমস্যা। ইতিমধ্যে যদি তাই উঠি সাৰ পায়!! কি হ'ব পৰিস্থিতি? কি বিষম সঙ্কটত পেলালা প্ৰভু। ক্ৰুচবিদ্ধৰ দৰে লৰচৰ নকৰাকৈ মই থিতাতে ৰৈ আছোঁ। মোৰ দোষী দোষী ভাব আৰু বিমূঢ় অৱস্থা দেউতাই নিৰিক্ষণ কৰিছিল। এনেতে এভামূৰি দি জোনালী সাৰ পাই উঠাৰ গম পালোঁ। দেউতাই মুখ ঘূৰাই সেইফালে চাইছিল।

মই তৎমুহূৰ্ত্ত তাৰ পৰা আঁতৰি পৰিলোঁ। পাইখানালৈ গৈ দুৱাৰ বন্ধ কৰি ভীষণ উৎকণ্ঠাৰে মই কোঠাটোৰ ফালে কাণ দি ৰলোঁ। মোৰ দম বন্ধ হৈ যাব খুজিছিল। অনেক বেলি সেইদৰে তাতেই আছিলোঁ। ওলাই আহিবলৈ সাহস হোৱা নাছিল। কিন্তু নোলোৱাকৈয়ে বা থাকিম কিমান বেলি? অবশেষত জ্ঞান-বিচাৰ সাহস-সংযমেৰে মনক কঠিন আৰু দৃঢ় কৰি পৰিস্থিতিৰ সম্মুখীন হ'বলৈ মনক প্ৰস্তুত কৰিলোঁ। চাৰিওফালে তেতিয়া ভালকৈ পোহৰ হৈছে। হাত মুখ ধুই মই দেউতাৰ ফালে নোচোৱাকৈয়ে স্কুলকৈ পাৰ হৈ গৈছিলোঁ। পৰিবেশ অতি নিশাল নিস্তব্ধ। জোনালী আঠুৰা তুলি বিছনাতে বহি খিড়িকীৰ কাষত আউজি আছে। যেন ফেন্সি বজাৰত কাপোৰৰ দোকানত আয়নাৰ আলমাৰীৰ ভিতৰত দেখ-নিয়াৰকৈ সজাই ৰখা এটি নাৰী মূৰ্ত্তি। নাইবা কাপোৰ লৈ বহি থকা অৱস্থাত বুদ্ধৰ এটা মাৰ্ব্বলৰ প্ৰতিমূৰ্ত্তি।

"এইজনী ক'ৰ ছোৱালী?"

দেউতাৰ প্ৰশ্নৰ তীব্ৰতাই মোৰ কলিজা ভেদি যোৱা যেন লাগিছিল।

জোনালীক দেউতাই নজনা নহয়। এসময়ত দেউতা চেক্ৰেটাৰী থাকোতেই কেঁচুৱাৰে সৈতে চন্দ্ৰীয়ে গাঁওৰ এম, ই স্কুলত চকীদাৰণীৰ কাম লৈছিল। সি যি কি নহওক। যুৱতী হৈ গাঁওৰ বাহিৰ ওলাই নগৰলৈ অহা জোনালীক দেউতাই হয়তো চিনি নাপাবও পাৰে। মই কলোঁ—

"জোনালী। আমাৰ চন্দ্ৰী বাইৰ জীয়েক।"

জ্বলা জুইত যে ঘিঁউ পৰিল। দেউতা চকীৰ পৰা ছিটিকি পৰি গুলী লগা বাঘটোৰ দৰে উগ্ৰ মূৰ্ত্তি ধৰিলে।

"হুঃ, চন্দ্ৰীৰ জীয়েক। পাছে ইয়াত কিয়?"

ক'বলৈ গ'লে বহুত কথা। ধীৰ পৰিবেশ হয়তো আচল পৰিস্থিতিটো মই দেউতাক বুজাই ক'ব পাৰিলোহেঁতেন। কিন্তু

আগধৰি বদ্ধমূল ধাৰণা কিছুমান লৈ আছি সন্মুখত যেতিয়া প্ৰত্যক্ষ প্ৰমাণ দেখা পায় তেতিয়া কথা বুজোৱা সম্ভৱ নহয়। দেউতাৰ আচলতে মোক কথা সোধাৰ অৱস্থা সেইটো নাছিল। তেওঁৰ চকুৰে মুখে জুইৰ আওনি ওলাইছিল। গোটেই শৰীৰত এটা আক্ৰমণৰ তীক্ষ্ণ ভাব প্ৰকাশ পাইছে। এনে অৱস্থাত মোৰ কি কোৱা বা কি কৰা উচিত ভাবি পাৰ পোৱা নাই। মাত্ৰ ঘটনাটো কওঁ বুলি মই মুখ মেলিলোঁ।

"ময়ে আনিলোঁ ।"

"তুই তায় আনিলি? পাছে কাৰ আদেশত?? কটা কুলাঙ্গাৰ।" দেউতাই গাৰ সমস্ত শক্তিৰে মোৰ গালত এটা পূৰ্ণহতীয়া চৰ সোধালে। মই ঘূৰি গৈ বেঞ্চখনত কৰ্ফাল খাই পৰিলোঁ। চকুৰে একো দেখা নাছিলোঁ। মাত্ৰ কাণেৰে শুনিছিলোঁ দেউতাই ক্ষোভ আৰু আক্ষেপত ফোঁপাই ফোঁপাই কৈছিল—

সকলো সঁচা। মই স্বচক্ষে প্ৰমাণ পালোঁ। ফেঁটী সাপৰ পোৱালিক গাখীৰ খুৱাই ডাঙৰ কৰিলোঁ। এতিয়া সি ব্ৰহ্মতালুত খুটিলে। আজি মই নিৰ্বংশ হলোঁ। আজিৰ পৰা মোৰ মুক্তি।

দুখ বেদনা আৰু হতাশাৰে ভাঙি পৰা অন্তৰৰ উম্মাবোৰ দেউতাৰ প্ৰতিটি নিশ্বাসত যেন বাহিৰ হৈ পৰিছিল। তেওঁৰ ভৰিত পৰি সকলো অন্ধ জালাতন নিৰ্মূল কৰি দিবলৈ ব্যগ্ৰ হৈ পৰিলোঁ যদিও লজ্জাজড়িত জড়তা বিহ্বলতাই শৰীৰ নিথৰ কৰি ৰাখিছিল। তেনেতে দেখিলোঁ এক নতুন দৃশ্য। জোনালীয়ে উঠি দেউতাৰ ভৰিত সেৱা জনালে। দেউতাই কিন্তু ভৰি আঁতৰাই নিছিল।

"আপুনি মিছাতে খং কৰি মনোকষ্ট পাইছে জেঠাদেউ। শুনা আৰু দেখা সকলো কথাই সত্যতা প্ৰমাণ নকৰিবও পাৰে।"

জোনালীয়ে নম্ৰভাবে কৰ খোজা কথাখিনিতো এটা প্ৰতিবাদৰ সুৰ বাজি উঠিছিল। তাই যেন ঠিক মোৰ মনৰ ভাবকে ব্যক্ত কৰিলে। দেউতাই ঘূৰি চাই তাইৰ ফালে এইবাৰ চকু থিৰ

কৰিলে। নিৰ্ভীক জোনালীয়ে তেতিয়া বিছনাতে পুনৰ পোন হৈ ৰহিছিল।

"কি কলি কি কলি তই, বেশ্যা। মোৰ কাণ, এনেকি মোৰ চকুও মিছা হ'ল? ছিঃ ছিঃ। তই কাৰ আগত কথা কৈছ জান?"

"জানো—যাৰ পুত্ৰ ইমান মহৎ, ইমান উদাৰ—সেই অকলুষ চৰিত্ৰ অসীমদাৰ পিতৃ আপুনি। কিন্তু মোৰ বিস্ময়ে সীমা হেৰাইছে এই-বাবে যে আপুনিও মোক বেশ্যা বুলিলে। কওঁক আপোনাৰ চকুৱে কি প্ৰমাণ কৰিলে যে মই বেশ্যা।"

চকুত তেজোদ্দীপ্ত দৃষ্টি আৰু মুখত প্ৰগলভ নিৰুদ্বেগ ভাষা শুনি কাপুৰুষ বাবে হ'লেও দেউতা স্তম্ভিত হৈছিল। মুহূৰ্ত্ততে কি উত্তৰ দিব তেওঁ বিচাৰি নাপাইছিল। তথাপি তেওঁ যথালৈ দৃঢ়তা আনি উত্তৰ দিলে—

"তোৰ কীৰ্ত্তিয়ে গোকুলত নবৰা হৈছে। তথাপি তৰ্ক? জানো তই কমিউনিষ্টৰ দলত সোমাই মহাৰ লগত সমান লেৰচাৰ জাতিৰ কৰি ফুৰা কথা। কিন্তু এই বুঢ়াৰ আগত তই কিমানৰ চোঙলি? একে ঘৰতে একেখন বিছনাতে ৰাতি খপিলি এই কুলাঙ্গাৰৰ লগত। আকৌ কৈছ ।"

"স্তব্ধ হওঁক, আৰু নকব জেঠাদেউ। শপথ খাই কওঁক এইবাৰ, আপুনি নিজ চকুৰে দেখিছোন—সেই কথাও?"

"সে সে সেঃ। শাস্ত্ৰতে কৈছে নাৰী প্ৰত্যুৎপন্নমতি বুলি।" ৰোষ আৰু বিভ্ৰান্তি-সূচক তাচ্ছিল্যৰ হাঁহি এটা মাৰি দেউতা পুনৰ চকীৰ পৰা উঠিছিল। চকু দুটা আকৌ এবাৰ তীব্ৰ হৈ জ্বলি উঠি কোঠাটোৰ চাৰিওফালে ঘূৰি ঘূৰি মোৰ ওচৰত স্থিৰ হৈ ৰ'ল।

'শুন কাপুৰুষ। মই কোনো পৰনাৰী বা বাৰনাৰীৰ লগত মুখ চুপতি কৰিবলৈ ইয়াত অহা নাই। যি পাঙিছিলোঁ সি সকলো পন্দ হ'ল। যি সন্দেহ কৰিছিলোঁ সি এতিয়া দূৰ হ'ল। কালৰ নিষ্ঠুৰ পৰিহাস! মোৰ শেষ কথা হ'ল—এতিয়া তই মোৰ ঘৰ ত্যাগ কৰি

ওলাই যা। কালি যদি তোক ইয়াত পুনৰ দেখোঁ তেন্তে পৰিণাম বিষময় হ'ব জানিবি।"

দেউতাই প্ৰচণ্ড বেগে ঘৰৰ পৰা ওলাই গৈছিল। মই ভৰি দুখনত ধৰি ৰাখিবলৈ যত্ন কৰিলোঁ।

"দেউতা অকণ ৰওঁক। অন্ততঃ মোৰ মনৰ দুখৰ কথা শুনি যাওঁক। পাছে লাগে মোৰ যি শাস্তি হয় কৰিব। মই কিন্তু নিৰ্দ্দোষী।"

দেউতাই কোনো কথা ভ্ৰুক্ষেপ নকৰিলে। মোৰ কথা শুনিবলৈ তেওঁ মুঠেই প্ৰস্তুত নাছিল। ঘৃণা আৰু অৱজ্ঞাৰে তেওঁ মোক ভৰিৰে ঠেলি দি চেঁচাই চেঁচাই কৈছিল—

"মিছাতে দেউতা বুলি তই আৰু মোক আঘাত নিদিবি। তই মোৰ পিতৃ পিতামহক অপমান নকৰিবি। মোৰ পৰাই মোৰ পূৰ্ব্ব পুৰুষৰ বংশ লোপ হৈছে।"

মিছা কলঙ্কৰ গধুৰ হেঁচাত মোৰ অন্তৰখনো ভাগি পৰিছিল। প্ৰাণপণে চেষ্টা কৰিও দেউতাক এবাৰ কথা শুনাব নোৱাৰি ব্যৰ্থ লোকক দুধাৰী গাল তিয়াই বাগৰি আহিছিল। মোৰ মুখৰ পৰাও বিৰক্তি মিশ্ৰিত অন্তৰৰ ধ্বনি বাহিৰ হৈ ওলাইছিল।

"দেউতা যাওক। আকৌ এটি দিন আহিব। সিদিনা বুজিব ই পুত্ৰৰ প্ৰতি পিতাৰ কি নিৰ্ম্মম অবিচাৰ। তেতিয়া হয়তো অনুতাপৰ পোৰণিত প্ৰাণে ছাটিফুটি কৰিব। সেই অনুতাপৰ কথা কল্পনা কৰিহে আজি মোৰ হৃদয় দগ্ধ হৈছে। কলঙ্কৰ বাবে নহয়। প্ৰমাণ পাব মই আপোনাৰ প্ৰকৃত বংশধৰ। কিন্তু মোৰ পৰাহে হয়তো বংশ লোপ হ'ব পাৰে

মই কোৱা কথাবোৰ দেউতাই সম্পূৰ্ণ শুনিলেনে নাই নাজানো। মই হ'লে আক্ষেপৰ সুৰতেই কৈছিলোঁ। কিন্তু দেখিলোঁ দেউতাৰ গতিৰ প্ৰচণ্ডতা ক্ৰমে হ্ৰাস হৈছিল। পাছত তেওঁ স্বাভাৱিক ভাবেই খোজ কাটি ক্ৰমে চকুৰ আঁতৰ হৈ পৰিছিল।

মই মাটিত বাগৰিয়ে আছোঁ। জোনালীয়ে দুহাতোৰে মোক টানি তোলাৰ চেষ্টা কৰিছে। বেদনাত মই তাইৰ মুখৰ ফালে চাব পৰা নাই। হায় অভাগিনী নাৰী! মই পুৰুষ হৈও পৰা নাই। তই অবলা হৈ মানুহৰ মনৰ ক'লা সংস্কাৰ কিদৰে আঁতৰাবি? সমবেদনাত হিয়া-মন উপচি পৰিছিল। মুখ তুলি চালোঁ। জোনালীৰ শুভ্ৰ দুগাল বাগৰি অহা ফটিক পানী মোৰ মুখতে টপ্ টপ্ কৈ পৰি গ'ল। তপত তপত লাগিল। ই অন্তৰৰ মৰ্ম্মদাহ কঢ়িয়াই আনিছে। মানুহৰ অন্তৰতো তপত পানীৰ উই আছে।

তাই মোৰ কোবাখিৰে বই অহা তেজবোৰ কাপোৰৰ আচলেৰে মচি দিছিল। বিহাখন তাইৰ ৰাঙলি হ'ল। চাও যে মোৰ গাৰ গেঞ্জিটোও তেজেৰে লুতুৰি পুতুৰি হৈছে। মুখত এটা জিম্‌জিম কৰে বিষ অনুভব কৰিলোঁ। মই নাজানো যে দেউতাৰ চৰত মোৰ ওপৰৰ পাৰিৰ দাঁত দুটা ভাগি গৈছিল। মই নিজে নিজে কলো—

"মোৰ ওপৰ পাৰিৰ দাঁত ভঙা নাই। ব্যক্তিৰ ওপৰত নিৰ্য্যাতন কৰি অহা সমাজৰ অন্ধ সংস্কাৰৰ দাঁতহে আজি ভাগিল। তুমি অবলশৰীৰা আছিলা আজি মইও তোমাৰ কাষত থিয় হলোঁ। উভয়ে অন্ধ সমাজৰ কুসংস্কাৰৰ বিষ দাঁত ভাগিব লাগিব।"

জোনালীয়ে মোক বিছনালৈ নিছিল। দাঁতৰ গুৰিৰ তেজবোৰ ৰখোৱাৰ চেষ্টা কৰিছিল। টেবিলৰ পৰা ডেটলৰ বটলটো আনি ক্ষত স্থানত তুলাৰে লগাই দিছিল। তাইৰ অনুৰোধত মোৰ অবশ শৰীৰটো শুশ্ৰূষাৰ বাবে এৰি দিছিলোঁ।

দেউতা গ'ল। তেওঁ যে আৰু কাইলৈ আহিব সি নিশ্চিত। তেওঁ একা-চেকা বিধৰ লোক। যেনে কথা তেনে কাম। যিটো কথা এবাৰ বুজিছে ব্ৰহ্মা বিষ্ণু আহিলেও তাৰ পৰা এৰোৱা টান। মই যে ঘৰ এৰিব লাগিব সি ধ্ৰুৱপ। আবেলিকৈ অন্য ঠাইত ঘৰ বিচাৰি গ'লোঁ। ক'তো ঘৰ নাপালোঁ। ঠাই, ঘৰৰ অৱস্থা আৰু ভাড়া কোনোটোৰে বাহি-যোৱা নাহে। দুখ-ভাগৰে-দুশ্চিন্তাই ৰাতিটো থাকিলোঁ। পুৱাতে ঘৰ খালাচ কৰি দিবই লাগিব। মোৰ বাবে কোনো চিন্তা নাছিল। আচলতে চিন্তা হৈছে জোনালীক লৈহে। জোনালীক মই প্ৰতিশ্ৰুতি দিছোঁ তাইৰ জীৱনৰ নিৰাপত্তা সম্পূৰ্ণ মোৰ ওপৰত। তাই মোৰ ভনী নাইবা আপোনাৰ বেছি।

জোনালীয়েও বুজিছিল তাইৰে কেন্দ্ৰ কৰি মোৰ জীৱন কেনেকৈ ক্ৰমে সমস্যাৰ পাছত সমস্যাই জালৰ দৰে মেৰাই ধৰিছে। কি প্ৰয়োজন আছিল মোৰ তাইক এইদৰে বুটলি আনি নিজৰ জীৱন বিপন্ন কৰিবলৈ—তাই ভাবে। মোৰ ব্যথাৰ তাই আজি সমব্যথী। নিজৰ চিন্তা তাই প্ৰায় পাহৰি যাব খুজিছে। ইও এক মানসিক ৰোগৰ ঔষধ—মই ভাবোঁ। মানুহে একান্তমনে ব্যক্তিগত চিন্তাত বুৰ গ'লেহে জগতত আশ্ৰয় হেৰুৱায়। জোনালীৰ অন্তৰৰ মৰম-স্নেহ-অনুকম্পা এতিয়া মোৰ ফালে বৰকৈ ধৰিছে। তাই কি কৰিলে মোৰ মঙ্গল আৰু শান্তি হ'ব তাকে যেন তাই ভাবি পোৱা নাই। এবাৰ এনেযে আহি তাই মোৰ কাষ চাপি বহে। গাৰ নিচেই ওচৰতে বহি তাই এনেযে মাতে—

"অসীমদা।"

"কোৱা, কি ভাবিছা?"

কিন্তু তাই কোনো উত্তৰ নিদিয়ে। মৌন হৈ থাকে। মোৰ

জড়তা ভাঙিবলৈ হয়তো ইচ্ছা কৰে, কিন্তু নিজে কথা কোৱাৰ কোনো প্ৰেৰণা নাপায়। বহুপৰ নিৰৱে থাকি তাই আকৌ কয়—

"মোক আইৰ ওচৰলৈ লৈ ৰলা। নাইবা মই নিজেই যাব পাৰিম।"

"কিন্তু তোমাৰ প্ৰতিজ্ঞা? সেইখন গাঁওলৈ তেন্তে আকৌ যাবলৈ তোমাৰ মন প্ৰস্তুত?"

"থোৱা। অবলাৰ প্ৰতিজ্ঞাৰ কি মূল্য আছে? অন্ততঃ তোমাৰ কাৰণে প্ৰতিজ্ঞা এৰিলোঁ।"

"মোৰ বাবে প্ৰতিজ্ঞা এৰিব লগা হোৱাত অবশ্যে অলপ দুখ পালোঁ। কিন্তু তোমাৰ মাৰ প্ৰতিওতো এটা ডাঙৰ কৰ্ত্তব্য আছে?"

টেবুলত পেলাই ৰখা হাতখনৰ আঙুলিকেইটা আলেফুলে পিহি দি মই জোনালীৰ মুখলৈ চালোঁ।

"আছে। কিন্তু তোমাৰ প্ৰতিও মোৰ কৰ্ত্তব্য কোনো গুণে কম নহয়। আয়ে মোক জনম দিছে, আৰু তুমিও মোক এক নিশ্চিত মৃত্যুমুখৰ পৰা বচাইছা। অকল ভানো সেযে? মোৰ নিচিনা তুচ্ছ জীৱন এটিৰ বাবে আজি তুমি অনাহক কলঙ্ক মূৰত সানি লৈছা। এনেকি আজি পিতৃৰ মৰমৰ পৰাও বঞ্চিত ।"

"হৈছে হৈছে। আৰু নকবা।"

মই তাইৰ মুখখনত সোঁপা দি ধৰিলোঁ। জোনালীয়ে ফোঁপাই ফোঁপাই কান্দি উঠিল। মোৰ হাত এৰাই তাই টেবুলত মূৰটো পেলাই উচুপিলে।

"সকলো অদৃষ্টৰ লিখন। দৈবে যি কৰে তাত মানুহৰ হাত নাই। জন্ম দিয়ে মাতৃ বিয়োগ হৈছে। মাতৃ-স্তন্যৰ পৰা বঞ্চিত হলোঁ। কাৰ দোষত? আজি হয়তো পিতৃয়েও ভুল বুজি ত্যাগ কৰিছে। কিন্তু মানুহ হৈ সত্যৰ কালে থিয় নিদি কি মিছাক আশ্ৰয় কৰিম? পিতৃ কিয় গোটেই জগতে যদি মোক ত্যাগ কৰে কৰক। তথাপি মই সত্যক নেৰোঁ। তাৰ বাবে চৰম দুখ-নিৰ্য্যাতন সাৱটি

লবলৈ মই সাঁজু। আজি মোৰ মৃত্যুলৈও ভয় নাই জোনালী! তুমি শোক নকৰিবা। তোমাৰ মাজেদি মিছাৰ আউসীয়ে ঢকা সমাজত এদিন সত্যৰ পোহৰ পৰিব।

মই অগত্যা হোটেল এখনলৈযে যোৱাৰ ঠিক কৰিলোঁ। মোৰ সকলো বস্তু বাহানি, বিছনা-পাটী, কাগজ পত্ৰ সামৰি-সুতৰি বান্ধি-ছাতি দিয়াত জোনালীয়ে সহায় কৰিছিল। চাদৰখন সৰু ককালখনত টানি-টুনি বান্ধি লৈ তাই যঁতৰৰ মহুৰাটি যেন ঘূৰিলে— মোৰ সেই অকণমানি কুঠৰী ডুটাত। ঢাৰী, পিৰা, কেৰাহী কৰছ, কঁাহী-বাটি, টেমাই-টুমাই পাক ঘৰৰ সা-সঁজুলি কম নহয়। তিনি চাৰি ঘণ্টামান একেৰাহে কাম কৰি ভাগৰি জোনালীৰ মুখত ঘামৰ টোপাল দেখা দিছিল। পাক ঘৰৰ সমুখত চছ্‌পেণ্ড টোৰ ছাইবোৰ ঘঁহি ঘঁহি জোনালীৰ মুখমণ্ডল ৰক্তিম আভাযুক্ত হৈ পৰিছে। মই স্তম্ভিত হৈ তালৈকে ক্ষন্তেক চাই আছো মোৰ কোঠাটোৰ খিড়িকীযেদি। নাকৰ আগেদি টোপা টোপ্‌ সৰা ঘামবোৰ তাই কাঠুটোতে মোহাৰি থলে।

নিবিড় ব্যস্ততা ' কিন্তু কিয়, কাৰ বাবে এই ব্যগ্ৰ ভাব ? কিয়েই বা সম্বন্ধ আমাৰ। অথচ মই যেন এজন বদলি হোৱা কৰ্ম্মচাৰী। জোনালী যেন মোৰ সহধৰ্ম্মিণী। আমি উভয়ে ততাতৈয়াকৈ স্থানান্তৰিত হ'ব লাগিব। এক মুহূৰ্ত্তৰ বাবে মোৰ মনত ঠিক সেই ভাবটোকে খেলাইছিল। হঠাতে তাই মোৰ ফালে চালে।

"কি চাইছা ? ঠেলাগাড়ী পালেহি।"

থত্‌ মত্‌ খাই মই বাহিৰলৈ আহিলোঁ। সকলো মাল-বস্তু ঠেলাত ভৰালোঁ। অন্নপূৰ্ণা হোটেললৈ তাক যোৱাৰ নিৰ্দ্দেশ কৰিলোঁ। চামৰাৰ চুটকেচ আৰু বিছনাখন লগতে ৰাখিলোঁ। জোনালীকো লগত লৈ ৰিক্সাখনত উঠিলোঁ।

পিতৃ-ভেঁটি একৰকম ত্যাগ কৰিলোঁ। আজি আঠ বছৰে দেউতাৰ সেই সৰু ঘৰটিত থাকি এনেকৈ এৰিব লগা হোৱাত মনটো

বৰ গধুৰ গধুৰ লাগিছিল। বি, এ, পঢ়াৰ চাৰি বছৰ তাতেই মেচ কৰি আছিলোঁ। সেই পুৰণি বন্ধুবোৰৰ কথাও এটি এটিকৈ মনত পৰিল। ক'ত হাঁহি খিকিন্দালি, কিমান চিনেমাৰ গানৰ বিহাৰ্চেল! সেই সৰু খোটালীটোৰ বায়ুমণ্ডলত কিজানি এতিয়াও মাৰ যোৱা নাই। তাৰ পাছত চাকৰি কালৰ তিনিটা বছৰত দুই এজন কৰ্ম্মচাৰীৰ সৈতে থাকিলোঁ। মন নিমিলা লোকৰ সতে পৰিয়াল গঢ়া মানে যে খৰিয়াল চপোৱা ভাবো অভিজ্ঞতা হ'ল। শেহৰটি বছৰ অকলে আছিলোঁ তাৰেও কেইমাহ মান যতীন বোলা ল'ৰা এটি ৰাখিছিলোঁ। তাৰ আচল ঘৰ ক'ত নাজানো। নলবাৰীৰ ফালে কোনো এখন গাঁওত বুলি কৈছিল সি। ভাবিলোঁ ভাত দুটা সি সিজাব, চাহটুপি কৰিব। মই কিছু পঢ়া-শুনাকে কৰিব পাৰিম। কিন্তু ভবা কথা সিদ্ধি নহয়। এমাহৰ পাছতে মোৰ টেবুলৰ পৰা হাত ঘড়ীটো হেৰাল।' তথাপি সন্দেহৰ দোমোজাত পৰিও যতীনক এৰি নিদিলোঁ। সি কান্দিছিল। পাছত এদিন সেই নিমখ হাৰামে মোৰ বাকচৰ পৰা দৰমহাৰ টকা লৈ উধাও হ'ল। তাৰ কোনো শুংসূত্ৰ আজিলৈ পোৱা নাই। সেয়েহে আজি ছয় মাহে আকৌ অকলশৰে জীবন কটাইছিলোঁ। ন-পুৰণি অতীতৰ বহু কথাই মনৰ পৰ্দ্দাত বুলনি দি গ'ল। এনেতে দেখিলোঁ বিক্সাখন এটা কেৰেক্ শব্দ কৰি ঘপ্‌কৈ ৰৈ গ'ল। জোনালী আহি মোৰ বুকুতে পৰিল। তাইৰ মূৰতো মোৰ নাকতে লাগিল। কেয়ো কাৰ্পিনৰ এটা মৃদু সুগন্ধই মনটো কোমল কৰি দিলে। আগত বিক্সাৰ বহুত শাৰী। তাৰ আগত লৰী, ঘোৰা গাড়ী আদি লাইন পাতিছে। ৰেল লাইনৰ ক্ৰচিং। ট্ৰেইন অহা বাবে গেট বন্ধ হৈছে। প্ৰায় আধা ঘণ্টাই আটক হৈ ৰলোঁ। জোনালীৰ মুখখনি অতিশয় গহীন। গাতে গা লগাই বহি তলমূৰকৈ কি যে তাই ভাবিছে' নিৰ্জ্জীৱ পুতলা এটিৰ দৰে। চকুত এটি স্থিৰ, স্নিগ্ধ করুণ চাৱনি। আপোনা-আপুনি এটি হুমুনিয়াহ ওলাই আহিছিল।

"ভনীটি ?"

মোৰ বাঁও হাতখন তাইৰ কান্ধত পৰম নিৰ্ভৰতাৰে তুলি দিছিলোঁ। এয়া তাইক প্ৰথম ভেনে সম্বোধন কৰিছো। তন্দ্ৰা ভগাৰ দৰে তাই উচাপ্ খাই উঠিছিল। ৰিক্সা পুনৰ চলিবলৈ ধৰিলে। ক্ষতি পূৰণ কৰিবলৈ সি খৰকৈয়ে পেডল মাৰিছিল।

"কি ভাবিছিলা ?" মই সোধোঁ।"

"ভাবিছো জীৱনৰ চালক কোন ? আছিলোঁ কি, হলোঁ কি আৰু হমেই বা কি ! এয়া কোন পথে জীবন নাওৰ পাল উৰিছে ॥"

ৰিক্সাৰ পিছৰ পৰ্দাখন বতাহত বৰকৈ উৰিছিল। জোনালীৰ ৰিহাৰ আচলখন পিচলি আহি বাৰে বাৰে মোৰ ডিঙিত মেৰ খাইছিল। কেতিয়াবা তাই আৰু কেতিয়াবা মই নিজে তাক ঠিক কৰি দিছিলোঁ। শাসন-শৃঙ্খলা নমনা কপালৰ আগৰ চুলি কেইডালমানো মোৰ গালত পৰি পিৰপিৰণি তুলিছিল। জোনালীৰ সেইবোৰ ভ্ৰূক্ষেপ নাই। ময়ে এবাৰ আঙুলি বুলাই সিহঁতক তাইৰ কাণৰ ওপৰত চিজিল লগাই থৈ কলোঁ—

"সেই বোৰেইটো দৰ্শন। এই জীবন আৰু জগতৰ ৰহস্য উদ্ঘাটন কৰিবলৈ গৈযে মনীষী সকলে দৰ্শনৰ জন্ম দিছে। এই যে ৰাস্তাত হেজাৰ বিজাৰ জনতাৰ ব্যস্ততা, গাড়ী মটৰ যান-বাহনৰ অবিশ্ৰাম গতি এই সকলোৰে এটা সাম্প্ৰতিক লক্ষ্য বা উদ্দেশ্য আছে। কিন্তু স্বৰূপাৰ্থত সেইবোৰ উপলক্ষহে। আচল লক্ষ্য বা উদ্দেশ্য নিহিত আছে এজন পৰম যন্ত্ৰীৰ হাতত্হে— যাৰ ইঙ্গিতত সকলো জীৱন-যন্ত্ৰ বিচিত্ৰ গতিত চলিব ধৰিছে।

দৰ্শনৰ ছাত্ৰীৰ দৰে জোনালীয়ে কথাখিনি মন দি শুনিছিল। লক্ষ্য আৰু উপলক্ষ্য কথা দুটাৰ ভেদ তাই বুজি উলিযাব পৰা নাছিল।

"উপলক্ষ্য কি ?" তাই মোক সুধিছিল। এনেতে সন্মুখত এটা বিৰাট হৈ-চৈ লাগিল। চাৰিওফালৰ পৰা মানুহ উঁই পৰুৱাৰ দৰে

আহি নিমিষতে বাজআলি ভৰি পৰিল। ৰিক্সাও বন্ধ হৈ পৰিল। আমি নামি গৈ ৰিক্সাখন তাক কোনোমতে পাৰ কৰিবলৈ কলোঁ। ঘটনাস্থলীত সামান্য চকু ফুৰাই গাৰ নোম শিয়ৰি উঠিল। এখন মটৰকাৰ আৰু জীপ খুন্দিয়া-খুন্দি লাগি বিকৃত ৰূপত নন্দমাত বাগৰি আছে। ৰাস্তা গোটেইটো তেজেৰে ডোঙ বান্ধিছে। মহিলা এগৰাকীৰ শোকাবহ মৃত্যু, পুৰুষ এজনৰ হাত নাই, ল'ৰা-ছোৱালী কেইবাটিকো অচেতন অৱস্থাত হস্পিতাললৈ নিয়া হৈছে।

অতি করুণ, অতি লোমহর্ষক ঘটনা। জোনালীৰ তেজমুই লাগি মুৰ আচন্দ্রাই কৰি আনিছিল। লৰালৰিকৈ মই তাইক ধৰি ৰিক্সাত তুলিলোঁ। ৰুমালেৰে মুৰত বতাহ দিলোঁ। ৰিক্সাবালাক বিছু লাহে লাহে গাড়ী চলাবলৈ কলোঁ। অলপ দূৰ যোৱাৰ পাছত জোনালী সুস্থ হৈ পৰিল। মই কলোঁ—

সেয়ে উপলক্ষ্য। ফাষ্ট ক্লাচ'খনত বিয়াৰ যাত্রী আছিল। আনন্দ-উৎসব আৰু ভোগ-বাসনাৰ অধীৰতাই তেওঁলোকক মতলীয়া কৰি তুলিছিল। আকস্মিক দুর্ঘটনা বা মৃত্যু তেওঁলোকৰ সপোনৰো অগোচৰ আছিল। কিন্তু দৈৱে তেওঁলোকক অতর্কিতে সেই লক্ষ্য-স্থান বা বধ্য-ভূমিলৈকে লৈ আহিছিল।

"কিয়, ড্ৰাইভাৰ জনেহে তাৰ বাবে দায়ী। সি কিজানি নিচা খাইছিল।"

"অৱশ্যে বহুতে ভ্ৰাবে তেনেকৈ। নিচা নাখালেও দুর্ঘটনা হ'বই। দেখাত যদিও সি ড্ৰাইভাৰ, ড্ৰাইভাৰৰ ভিতৰৰ আচল ড্ৰাইভাৰজনেহে গাড়ী চলায়। কুৰুক্ষেত্ৰ সমৰত অর্জ্জুন নিমিত্ত বা উপলক্ষ্য আছিল।"

কিছুদূৰ গৈযে ঠেলা গাড়ীখন লগ পালোঁ। ক্ষন্তেক পাছতে হোটেলৰ সমুখত সকলো নামিলোঁ। মোলৈ নির্দ্দিষ্ট কৰি থোৱা কোঠা এটাত সিহঁতক বস্তু-বাহানিবোৰ সুমুৱাই থবলৈ নির্দ্দেশ দিলোঁ।

আমি যেতিয়া মৰাসুঁতি গৈ পাওঁ তেতিয়া সাজ গটিছে। আকাশত চৰাই-চিৰিকতিৰ সমাগম প্ৰায বন্ধ হৈছে। গৰু-গাইবোৰ ঘৰ চাপিছে। পাত্ৰ পথাৰত কিছুমান জুই আৰু ধোঁৱা অ'ত ত'ত চকুত পৰে। নৰানিবোৰত বোনোবাই জুই দিছে।

আমাৰ মুখত কথা নাই। মনবোৰ গধুৰ গধুৰ। মোৰ হ'লে ভৰি দুখনো বৰ জথৰ জথৰ লাগিছিল। মৃৰত যেন এটা দুমোনী বস্তাহে লৈ আহিছো। আমাৰ ঘৰৰ ওচৰ পাওঁমানে ভৰি দুখনে যেন মুঠেই আগ নাবাঢে। জোনালীৰ কেনে লাগিছিল নাজানো। মোক অনুসৰণ কৰি আছেনে নাই সন্দেহ হোবাত এবাৰ ঘূৰি চালোঁ। অতি সন্তৰ্পণে তাই মোৰ নিচেই ওচৰে ওচৰে আহি আছে। মুখখন ভালকৈ নেদেখিলোঁ। গোটেই মানুহজনী এটা ছাঁয়ামূৰ্ত্তি যেন লাগিল।

অতৰ্কিতে গৈ আমি ঘৰৰ নঙলা মুখ পাইছিলোঁ। মোৰ বুকুখন চিৰিংকৈ কঁপি উঠিছিল। পূৰ্ব্বৰ পৰিকল্পনা মতে আমাৰ ঘৰত সোমাই যোবা কথা মই মনৰ পৰা বাদেই দিছিলোঁ। জোনালীক মাকৰ হাতত সোধাই দি অহাটোবে মোৰ প্ৰথম আৰু প্ৰধান কথা আছিল। তথাপি কিয় জানো নঙলা মুখত ভৰি দিয়াৰ লগে লগে অজানিত কিবা বেথা, ভয় আৰু আশঙ্কাত মনটো বিচলিত হৈ পৰিব খুজিছে। এনেতে আন্ধাৰৰ মাজৰ পৰাই চিঞৰি মতা শুনিলোঁ।

"বাপুকণ নেকি?"

সেইটো শান্তিকাইৰ মাত। তেওঁ আমাৰ ঘৰৰ পুৰণি চাকৰ। চাকৰ বুলিলে ঠিক নহয়—কাম কৰা মানুহ, আৰু দেউতা অবিহনে ঘৰৰ মালিকৰ দৰে। পহুলী পাৰ হৈ যাওঁ যাওঁ হৈছিলোঁ। শান্তি কাইৰ মাতত থমকি ৰলোঁ। চকুৰ পচাৰতে শান্তিকাই আহি সন্মুখত

থিয় দিলে। চোতালৰ পৰাই তেওঁ মোক লক্ষ্য কৰিছিল। মোৰ খোজ-কাটল দূৰৰ পৰাই চিনি পৈছিল।

"কিয়? ঘৰলৈ নগৈ কলৈনো যোৱা?"

শান্তিকাইৰ দৃঢ় স্বৰত মই থত্ মত্ খালোঁ। মুহূৰ্ত্তত কি উত্তৰ দিওঁ ভাবি নাপালোঁ। কলোঁ "এই ছোৱালীজনীক থৈ আহোগৈ।"

"সেইজনীনো কোন? অ' চন্দৰী বাঈৰ জীয়েক দেখোন।"

শান্তিকাই অলপ ইতস্তত কৰিলে। কিন্তু তাৰ পাছত মোক ক'লে—তাইক মযে এইকণ গৈ আগবঢ়াই থব পাৰোঁ। তুমি কিয়নো যাব লাগে। ঘৰলৈ গৈ হাত-ভৰি ধুই অলপ জিৰোৱা।"

হওঁতে কথাতো হয। আগৰ লেখিযা হ'লেতো তেনেকুৱাই হ'লহেঁতেন। কিন্তু আজি কথা বিপৰীত। এদিন আগতেতো মযে ভাবিছিলোঁ যে জোনালীকো প্ৰথমে আমাৰ ঘৰলৈকে নিম, আৰু স্বস্তেক জিৰাই তাইৰ ঘৰত থৈ আহিমগৈ। পাছে সি জানো সম্ভব হৈ ৰ'ল? আজি মই নিজে ঘৰলৈ যোবাৰ অধিকাৰ হেৰুৱাইছো। মই আজি পিতৃৰ ত্যজ্য পুত্ৰ। তেওঁৰ আগত মোৰ মুখ উলিযামেইবা কেনেকৈ? মোৰ মূৰটো আচন্দ্ৰাই কৰি আনিব ধৰিছিল। মই কিজানি আলিতে বাগৰি পৰি যাম।

"নহয় নহয শান্তিকা। মই নিজেই তাইক থৈ আহিম। তুমি বাৰু যোৱা। একো কথা নাই।"

মই বেগাই খোজ পেলালোঁ। পাছে পাছে জোনালী। মনৰ জোৱাৰ-ভাটা কিমান উঠিল নামিল তাৰ লেখ নাই। প্ৰায় উৰ্দ্ধশ্বাস গতিতে গৈ জোনালীহঁতৰ ঘৰ পাইছিলোঁ।

পত্নলী মুখৰে সোমায়ে উচপ্ খাই উঠিলোঁ। কেইটামান শিয়াল তীব্ৰ-বেগে ঘৰৰ ফালৰ পৰা লৰি আহি আমাৰ ভৰিৰ ওপৰেদি পাৰ হৈ গ'ল। গৈ চোতাল পালোঁ। কিন্তু ঘৰত চাকি-বন্তি একো জ্বলা নাই। তেন্তে কি চন্দৰী ইয়াত নাই? গোটেইখন নিমাওঁ-মাওঁ। কিন্তু বৰ-ঘৰৰ দুৱাৰখন মেল খাই আছে। ভিতৰত খচ্‌খচ্ কিবা

শব্দও শুনা গ'ল। জোনালীয়ে মা—মা কৈ চিঞৰি মাতিলে। একো উত্তৰ নাই। শোৱনি কোঠাৰ খিড়িকীখনো খোলা হৈ আছে। জোনালী পোনচাতে ভিতৰ সোমাই গ'ল আন্ধাৰ দুৱাৰ মুখেৰে। হঠাতে তাই চিঁঞৰ এটা মাৰিলে। ময়ো উধাই মুধাই লৰি গৈ দুৱাৰ মুখ পালোঁ। লগে লগে জোনালী আৰু এটা ক'লা কিবা ঘেঁচা-ঘেঁচিকৈ ওলাই আহিল। জোনালী কৰ্ফাল খাই পৰি মোৰ গাতে ধৰি ৰ'ল। ভয়ত তাই দেহলতা ধুমুহাত আন্দোলিত হোৱা দি লৰিছে। ক'লা জন্তুটো এটা ভতৰা দমৰা। ঘৰৰ ভিতৰত সি ধান চাউল কিবা পাই চুৰাকৈ খাই আছিল। মানুহৰ গম পাই ভিৰাই লৰ মাৰোতে এযা অথন্তৰ।

হেণ্ড্‌বেগটোৰ ভিতৰত টিপ্-বাতিটো আছিল। তাকে উলিয়াবলৈ যেন মোৰ অবকাশ নাই। জোনালীক অভয় দি কিছু সুস্থ হ'বলৈ ক'লো। তাই আজি নিজৰ ঘৰতে অচিনাকী আলহী। দ্বিধা, আতঙ্ক আৰু অজানিত বিপদৰ সৰ্ব্বনাশী গ্ৰাসত পৰি তাইৰ কোমল কলিজা থৰে থৰে চমকি উঠিছে। মই তাইৰ মুখখনি লক্ষ্য কৰিব পৰা নাই। কিন্তু বুকুৰ কঁপনি অনুভৱ কৰিব পাৰিছো।

টিপ্‌বাতিৰ পোহৰত চোতালখন উজলি উঠিল। কি আচৰিত দৃশ্য, মাজ চোতালতে তাঁত শালখন ছিন্ন-ভিন্ন হৈ পৰি আছে। এফালে আধা বোৱা কাপোৰ, আনফালে গাৰী-দহটানী আদি, ৰাহখন টুকুৰা-টুকুৰ কৈ ভাঙিছে। উঘা চেৰেকী কিছুমানো ভঘা-ছিঙা অবস্থাত এচুকৃত দেখা গ'ল। এটি ধান সিজোৱা থালীও কাতি হৈ পৰি আছে। বন-খৰি, গছ-পাত আদিৰে গোটেইখন যেন কিবা বিশ্ৰী, বিকট ৰূপ ধাৰণ কৰি আছে। চকুৰ পলকতে পৰিস্থিতিটো অনুমান কৰিলোঁ। জোনালীৰ মুখখনিত ভয়াৰ্ত্ত বিহ্বল ভাব। চকুত সীমাহীন বিস্ময়।

"কিন্তু মা ক'ত?"

চিঞৰি চিঞৰি তাই কথাবাৰ কয়। মোৰ হাতৰ পৰা টিপবাতিটো

লৈ তাই আগবাঢ়ে। লগতে মযো। দুয়ো ঘৰ সোমালোঁ। মজিযাত কিছুমান ধান চাউল সিঁচৰিত হৈ আছে। কোঠালিটোৰ এচুকত এখন বাঁহৰ চাং। তাত ধান চাউলৰ ডুলি, পাচি, খেমা আদি থাকে। বিপৰীত ফালে এখন খাট। তাতে চন্দ্ৰী শোৱে। বিছনাত কাপোৰবোৰ চেদেলি-ভেদেলি হৈ আছে, কিন্তু মানুহ নাই। আঠুবা খনা তৰি থোৱা আছে। বিছনাৰ গুৰিযেদি সিটো চুকত এখন বাঁহ দুৱাৰ। এইফালে দ্বিতীযটো কোঠালৈ যোৱা হয। সেইটো জোনালীৰ নিজৰ কোঠালী। টিপ্‌বাতিটো জ্বলাই দুৱাৰখন মেলি জোনালী ভিতৰ সোমাল। লগতে মযো গৈছো। হঠাতে জোনালীযে আকৌ চিঞৰি উঠিল—।

"মা। মা। তোমাৰ কি হৈছে?"

জোনালীযে এক জাপে গৈ মাকৰ ওপৰতে পৰিল। এযা আকৌ কি অদ্ভুত দৃশ্য। বিছনাখনত আউলী-বাউলী হৈ পৰি থকা এটি কগ্না নাৰী মূৰ্ত্তি মই চকা-মকাকৈ দেখিছিলোঁহে। আকৌ অন্ধকাৰ। কি ভীষণ পৰিস্থিতি। মই জোনালীক হাতেৰে খেপিযাই চালোঁ। টিপ্‌বাতিটো হাত কৰিবলৈ চেষ্টা কৰিলোঁ। পালোঁ। চাই দেখোঁ মাকৰ গাতে সাবটি ধৰি জোনালীও প্ৰায মূৰ্চ্ছা যাবৰ উপক্ৰম কৰিছে। মই তাইৰ হাতত ধৰি টানকৈ জোকাৰি দিলোঁ। মাকৰ মূৰত হাত দি দেখোঁ অসম্ভৱ গৰম। সম্ভৱ জ্বৰ মূৰত উঠিছে। উমাৰতে ঠাৱৰ কৰিলোঁ। জোনালীও উঠি বহিল।

জ্বৰ। "সান্নিপাত জ্বৰ।।"

মই কোৱাৰ লগে লগে জোনালী থিয় হ'ল।

"কিন্তু মই কৰোঁ কি? ক'লৈ যাও অসীমদা?"

জোনালী বৰ অধৈৰ্য্য হৈ মোৰ বাহুত আকৌ আউজি উচুপি উঠিল।

"ছিঃ ছিঃ। ই জানো কন্দাৰ সময়? যোৱা, তৎক্ষণাত জুই ধৰাৰ দিহা কৰা। নহ'লে বিপদ।"

টিপ্‌বাত্তিটো লৈ তাই জুইশলা বিচাৰিবলৈ ধৰিলে। সিখন বিছনাৰ পৰা এটা জুইশলা আনিলে, আকৌ টেবুল এখনৰ তলৰ পৰা লেম্প এটা উলিয়ালে। মুহূৰ্ত্ততে কোঠাটো পোহৰ হৈ পৰিল। এখন ডাঙৰ টেবুলত কিছুমান কিতাপ-কাগজ। তাৰ ওপৰতে বেৰত গজাল দি আৰি থোৱা এচটা দীঘল কাঠত আৰু কিছুমান কিতাপৰ শাৰী। কোঠাটোত তিনিখন সৰু সৰু খিড়িকী। বেৰত কিবা কিবি ছবি, ফটো, চিলাই কামৰ বস্তু আৰু সন্তৰ চাৰ্টিফিকেট কিছুমান বন্ধাই আৰি থোৱা আছিল। চকুৰ পলকতে যি অলপ দেখিলোঁ। আমাৰ সমস্ত মন-চেতনা তেতিয়া চন্দৰাৰ ওপৰতহে কেন্দ্ৰীভূত হৈছিল।

উভয়ে সেই মানুহজনীৰ কাষত থিয় হ'লোঁ। সুদা তক্তাপোচৰ ওপৰতে তাই অচেতন হৈ পৰি আছে। চুলিকোচা মাটিত ওলমি পৰিছে। মই ইঙ্গিততে জোনালীক মূৰৰ ফালে ধৰিবলৈ ক'লোঁ। ভৰিৰ ফালে মই ধৰিলোঁ, আৰু দুয়ো দাঙি নি সিটো খোটালীৰ কাপোৰ থকা বিছনাত শুৱাই দিলোঁ। জোনালীক ততালিকে পানী একলহ আৰু চৰিয়া এটা আনিবলৈ ক'লোঁ। তৎপৰ ছোৱালী। বেচ্‌ ইঙ্গিতজ্ঞ। মুহূৰ্ত্ত এটিও যেন আমি অপচয় কৰা নাই। সৰু ঘটী এটিৰে চন্দৰাৰ তপত মূৰটোত ধীৰে ধীৰে পানী ঢালিবলৈ ধৰিলোঁ। গাৰুটো তিতি যায়। লই জোনালীৰ মুখলৈ চালোঁ। তাই বাহিৰলৈ গ'ল আৰু আগলতী কলপাত এডোখৰ লৈ আহিল। চুলিবোৰ ভালকৈ ওলোমাই দি পাতখিলা মূৰটোৰ তলেদি সোমাই দিলোঁ। আকৌ জিব্‌ জিব্‌কৈ পানী ঢালিলোঁ। কলপাতৰ ইকাষৰ পৰা সিকাষলৈ পানীবোৰ বাগৰি চুলিৰ মাজেৰে গৈ টৌ টৌ শব্দ কৰি চৰিয়াত পৰিবলৈ ধৰিলে।

একলহ পানী শেষ হ'ল। জোনালীয়ে দ্বিতীয় কলহ সাজু কৰিলে। এভেবেলি মই স্থিৰলি নিবিষ্টমনে পানী ঢালি আছোঁ। জোনাই চকী এখন আনি মোক বহিবলৈ দিলে। মোৰ গাতে গা লগাই তাই মাকৰ মুখলৈকেই চাই আছিল। বাক্য স্ফূৰ্ত্তি নাই।

"যোৱা, মাৰাৰ গাত কাপোৰবোৰ ভালকৈ জাপি দিয়া। ভৱিষ্যতখনত তাপ আছেনে চোৱা।"

জোনালীয়ে সেইমতে কাম কৰিলে। কিন্তু ভৰিত ভালকৈ তাপ অহা নাই বুলি ক'লে আৰু বৰ বিমৰ্ষ মনে মোৰ চকুলৈ চালে। মই নিজে উঠি গৈ হাত দি চালোঁ। আগতকৈ অৱস্থাৰ উন্নতি হোৱা বুলি গম পালোঁ।

"একো ভয় নাই। তুমি মিঠাতেল অলপ লৈ ফৰিৰ তলুৱাত আৰু হাতৰ ঠাৰি আদিত অকণ মালিচ কৰি দিয়া। ভাল হৈ যাব।"

লাহে লাহে তৃকলহ পানীও শেষ হ'ল। মই আকৌ জোনালীৰ মুখলৈ চালোঁ। তাইৰ চকুৰ পতা সেমেকি আহিছিল। বিনা বাক্যব্যয়ে তাই তৃতীয় কলহ পানী আনি মোৰ ওচৰত সাজু কৰি দিলে। তাইৰ ধৈৰ্য্যই শেষ সীমা পাইছিল। তাইৰ ইচ্ছা হৈছিল তাই যেন এবাৰ চিঞৰি কান্দি দিব। হঠাতে পাছফালৰ পৰা মোৰ ডিঙিটোত তাই জোৰেৰে সাৱটি ধৰিলে।

"এতিয়া কি হ'ব অসীমদা।"

মোৰ গালতে তাইৰ গালখনা হেঁচি ধৰিছে। গৰম। লাগ লাগ তপত চকুপানীৰ সোঁত এটি মোৰ গাল বাগৰি ওঠৰ ওপৰেদি নিগৰি পৰিল।

"পা—নী। পা—নী॥"

চন্দ্ৰৰীয়ে চকুমেলি এবাৰ আমাৰ ফাললৈ চালে আৰু পানী পানীকৈ চকু ঘূৰাই পুনৰ মুদিলে। সেই চাৱনিৰে পৰা বেমাৰীৰ সংজ্ঞা আহিছে বুলি ভালকৈ বুজিব নোৱাৰি। তথাপি অচেতন অৱস্থাৰ পৰা যে চৈতন্য লাভ কৰিছে সেইটো কম আনন্দৰ কথা নহয়। হাত-ভৰিবোৰো তেওঁ ধৰ্-ফৰাবলৈ আৰম্ভ কৰিলে। জোনালীয়ে মাকৰ মুখৰ ওচৰত মা মা কৈ কেইবাবাৰো মাতিলে। মই বাধা দি ক'লো—

"এতিয়া আৰু মুঠেই ভয় নাই। তুমি অলপমান পানী গৰম কৰাৰ দিহা কৰা।"

জোনালী গ'ল। চন্দৰীয়ে আকৌ চিঞৰি উঠিল— মোৰ ছোৱালী। মই জানো তাইৰ স্বভাৱ।" তাইৰ— তাইৰ কলিজা আছে।"

বিছনাত ভৰি তুখন ধপহকৈ মাৰি দি চন্দৰী কঁপি উঠিল। মনে মনে থাকিবলৈ মই বুজালোঁ। জোনালীও লৰি আহিল। ভৰিতুখনত ভালকৈ কাপোৰ দি অলপ হেচি ধৰিবলৈ ক'লোঁ।

"নাই। মোক এৰি দে। ইহঁতে মোৰ তাঁতশাল ছিঙিব কিয়? মোৰ কোনো নাই। মই গজমূৰা। দেশত কি ৰজাও নাই? ৰাজ্যত আইন-আদালত উহ্ উহ্ ।"

হাত এচাৰি চন্দৰী আকৌ প্ৰলাপ বকিবলৈ ধৰিলে। মই পানী ঢালিযেই আছো। চকুপানী মচি মচি জোনালীয়ে মাকক বুজাইছে, কথা নকবলৈ মিনতি কৰিছে। মাঘ মহীযা জাৰ। মোৰ হাতত ঠেটুবাই ধৰিছে। আঙুলিবোৰ জিনজিনাই শিৰামূৰি ধৰিছে। চন্দৰীয়ে দীঘল দীঘলকৈ কেইটামান উশাহ লৈছে। মুখৰ ৰং কিছু শেঁতা পৰি আহিছে। গৰম পানী হৈছিল। জোনালীয়ে পানীৰ গিলাচ লৈ মাকক মাতিলে। মাকে মাত্ৰ হা—হা কৰি এবাগৰ সলালে।

"ভৰি তুখন গৰম পানীৰে ধুই দিয়া।"

মোৰ কথামতে জোনালীয়ে মাকৰ ভৰি ধুই দি আকৌ মিঠাতেল অলপ মালিচ কৰিলে।

"দে, পানী দে।"

"এয়া ওচৰতে থৈছো। খোৱা।"

জোনালীয়ে বাটি নাচাই মযে চন্দৰীৰ মুখত পানী ঢালি দিলোঁ। ঘুটু ঘুটুকৈ পানী গিলাচ খাই শেষ কৰিলে। আকৌ দিম নে সোধাত মূৰ জোকাৰিলে। মোৰফালে চন্দৰীয়ে খুব অৰ্থপূৰ্ণ দৃষ্টিৰে চাবলৈ ধৰিলে। চকু ঘূৰাই ভৰি-পথানত জোনালীকো দেখিলে।

"অ' তই কেতিয়া আহিলি আই? এইজন কোন?"

"তুমি কথা ক'ব নালাগে মা। এইজন অসীমদা। বৰ ভাল

মানুহ। লাহে লাহে সকলো জানিবা। সম্প্ৰতি অলপ সুস্থিৰ হৈ থাকা।"

চন্দ্ৰৱীয়ে অনিমেষ নয়নে মোৰ মুখলৈকে চাই আছিল। জোনালীয়ে পৰিচয়টো দিয়াৰ লগে লগে কণ্ঠা হাত দুখন লগ কৰি মোক নমস্কাৰ দিলে কঁপি কঁপি, আৰু সেহাই সেহাই নামটো কেইবাবাৰো অৰ্থ-ব্যঞ্জক ভাবে উচ্চাৰণ কৰিলে—।

"অসীম! অ সী-ম!! অ-সী-ম!!!"

[ ১০ ]

এদিন-এৰাতিৰ ভিতৰতে কিমান ঘটনা ঘটিব পাৰে তাক ভাবি মন স্তম্ভিত হৈছে। কোনো কোনো সময়ত ঘটনা চক্ৰ ইমান জোৰে ঘূৰে যে তাৰ প্ৰচণ্ডতা জীৱনে সহ্য কৰাটোৱে অসম্ভৱ হৈ পৰে। কাঁইটীয়া মালা ডিঙিত ওলোমাই দিলে তাক দলিয়াই পেলাবৰ ইচ্ছা হোৱাৰ দৰে কেতিয়াবা কেতিয়াবা সাংসাৰিক বিপদ বিঘিনীৰ মাজৰ পৰাও পলাই লৰ মাৰিবৰ মন যায়। কিন্তু জানো পাৰি? দৰহ্ দিয়া গৰুৰ দৰে লৰ মাৰিব খুজিলে নিজৰ ডিঙিতহে টান পৰে আৰু খুটিৰ ফাললৈকে এটা হেঁচোক খোৱা যায়।

প্ৰায় ন মান বজাত মই চন্দ্ৰৱীক দেখুৱাবৰ বাবে ডাক্তৰ ডেকাক আনিবলৈ গ'লোঁ। কিন্তু বাটতে তেওঁৰ পৰা জানিব পাৰিলোঁ যে ঘৰত দেউতাৰো অসুখ। এঘণ্টামান আগতে অৰ্থাৎ ৮ বজাত তেওঁ হেনো গৈ দেউতাক পৰীক্ষা কৰি আহিছে। দেউতাৰ ৰক্তচাপ আছে বুলি মই জানো। তথাপি অসুখৰ বিৱৰণ ডাক্তৰৰ পৰাই জানিবলৈ বিচৰাত তেওঁ কৈছিল—"ৰক্তচাপ বেমাৰীৰ মানসিক উদ্বেগ-দুশ্চিন্তা আদিয়ে বিপদৰ কাৰণ। সিবিলাকক তেনেবোৰ অৱস্থাৰ পৰা দূৰত ৰাখিব পৰাটোৱে আচল চিকিৎসা।"

কথাবাৰ যে সঁচা মযো তাক জানো। ডাক্তৰক বিশেষ একো মুহুৰি দেউতাক কেনে দেখিলে বুলি সোধাত তেওঁ তিমান ভয়ৰ কাৰণ নাই বুলি ক'লে। তেওঁ হেনো ইন্‌জেকশ্যন আৰু এডৰ্‌নিফিন টেব্‌লেট কিছুও দি আহিছে।

মোৰ মনটো বৰ বিচলিত হৈ পৰিল। নিমিষতে যেন চৰাইৰ নিচিনা উৰি গৈ দেউতাৰ ওচৰত পৰিম। মুহূৰ্ত্ততে যেন দেউতাৰ ভৰি দুখনত সাবটি ধৰি ক্ষন্তেক চকু মুদি ৰ'ম। কিন্তু!! মই আজি কোন বাটে? কোন ফাল্দে চয়তান নিয়তিয়ে মোৰ ভৰি দুখন গাৰ বলেৰে টানি নিবলৈ ধৰিছে। ইচ্ছা হয় ডাক্তৰক অকলে পঠাই মই দেউতাৰ ওচৰলৈকে যাওঁ। আকৌ ক্ষীণকৈ কোনোবাই ভিতৰুৱে কয়— নহয়, জোনালীক তেনেকৈ অঠাই সাগৰত নেৰিবা। ইমান নিৰ্দ্দয় নহবা। ভৰি দুখনৰ জোঁটা-পুটি লাগি যাব খোজে। আন্ধাৰত ড্ৰাক্তৰে মোক নেদেখে। টিপ্ বাত্তিটো জলাই মযে ডাক্তৰক পথ দেখুৱাও, অথচ নিজে যেন পথ বুজিবলৈ অপৰাগ হৈ পৰোঁ।

জোনালী দুৱাৰ মুখলৈ আহি আমাক আদৰি নিছিল। আশা, সান্ত্বনা আৰু কৃতজ্ঞতাবে তাইৰ বুকু ভৰি গৈছিল। আনন্দ-অশ্ৰু তাইৰ সম্বৰণ কৰাটো টান হৈ পৰিছিল। সেয়ে কাপোৰৰ আচলেৰে শান্ত চকুহাল্হি মৃদুভাবে মোহাৰি তাই ডাক্তৰক বহিবলৈ চকী এখন আগবঢাই দিছিল। ডাক্তৰে নবহি তাত ঔষধৰ সামগ্ৰীবোৰ থৈ ষ্টেথিস্কোপডালেৰে প্ৰথমে ৰোগী পৰীক্ষা কৰিলে; থাৰ্ম্মোমিটাৰ ডালেৰে জ্বৰ জুখিলে আৰু ঔষধ পথ্যৰ ব্যৱস্থা কৰি সোনকালে বিদায় ল'লে।

ডাক্তৰক ভিজিট বুলি মযে দহটকীয়া নোট এখন উলিয়াই দিলোঁ। লগতে মযো যাবলৈ ওলোৱাত জোনালী প্ৰায় আচৰিত আৰু শঙ্কিত হৈ মোলৈ চালে। মই বুজালোঁ। দেউতাৰ অসুখৰ কথা কোৱাত মুখেৰে কিন্তু একো নেমাতিলে, মাত্ৰ চকুৰ দীপ্তি যেন কমি গ'ল আৰু তলমুৰ কৰিলে। ঠিক তেনে অৱস্থাতে জোনালীহঁতক এৰি

আমি বিদায় লৈছিলোঁ। বাহিৰত এটি দীঘল হুমুনিয়াহ আপোনা-আপুনি ওলাই আহিছিল। হিয়া ভেদি ওলোৱা হুমুনিয়াহ। ডাক্তৰক বিদায় দি মই ঘৰৰ ফালে বেগ দিলোঁ।

চোতালত ভৰি দিয়ে হাতৰ ঘড়ীটোলৈ চালোঁ। তেতিয়া দহ বাজি পঞ্চল্লিছ মিনিট গৈছে। টিপ্ বাতিৰ পোহৰ অনুমান কৰি ভিতৰৰ পৰাই শান্তিকাই মাত লগালে—

"কোন অ' সেয়া ?"

"মই।"

লাহেঁকৈ কোৱা মাতষাৰ বুজিব পাৰিযে বা নোবাৰিযে হওক শান্তিকাই দুৱাৰ মেলি ওলাই আহিল।

"অ' বাপুকণ ? এতিয়াহে মই ৰক্ষা পৰিলোঁ।"

শান্তিকাই আকৌ ভিতৰ সোমাল। মোলৈ পানী আনি হাত ভৰি ধুবলৈ দিলে। মই পোনে পোনেই এবাৰ দেউতাৰ ওচৰলৈ যোৱাৰ মন কৰিছিলোঁ। কিন্তু শান্তিকাই বাধা কৰিলে। মযো তাকেই ভাল বিবেচনা কৰিলোঁ। কাৰণ দেউতা তলকা মাৰি অলপ তন্দ্ৰা অৱস্থাত আছিল।

মই মোৰ খোটালীটোত সোমালোঁ। শান্তিকাই লেম্পটো জ্বলাই দিলে। বৰ অৱশ ভাৱে খাটী বিছনাখনৰ ওপৰতে বহি পৰিলোঁ। তেনেকৈযে যেন বাগৰি পৰিম এনে লাগিছিল। কিন্তু শান্তিকাই আহি মোৰ গাৰ ওচৰত থিয় দিলে আৰু ফুচ্ফুচাই ক'লে—

"কথাটোনো কি ? মই ক'বলৈহে পালোঁ যে বাপুকণো আহিছে, দেউতা এবাৰ বন্দুকৰ গুলী ফুটা দিলে দেখোন।"

কথাষাৰ শুনি মোৰ মনটো চমকি উঠিল। মূৰটো খুব বিৰাবলৈ ধৰিলে। হাতেৰে কুম দুটা আঁটি ধৰিলোঁ। তথাপি সুধিলোঁ—

"তুমি আৰু কি ক'লা ?"

"মইনো কি ক'ম আৰু বাপুকণ? প্ৰথম ধমকনিত মই চেপেটা লাগি থৰ হ'লোঁ। অলপ পাছত তেৱেঁ আকৌ সুধিলে— 'ক'ত? সি ক'লৈ গল এতিয়া?' মই কোনোমতে ক'লো যে সেই চন্দ্ৰীইতৰ ফালে গৈছে। আহিব এতিয়াই। শুনিয়ে বাঘৰ দৰে গুজৰি উঠিল। মুখৰ ভিতৰতে কি যে ভোৰ্‌ভোৰালে মই নুবুজিলোঁ। কোঠাটোৰ চাৰিওফালে এবাৰ ঘূৰিলে। তাৰ পাছত বিছনাত দীঘল দি পৰি মোক ক'লে 'চাও, মোৰ কপালখন অলপ পিটিকি দে চোন।'

"মই অলপ মালিচ কৰাত আকৌ বাধা দি ক'লে যে জোৰকৈ বিচিহে দিব লাগে। মই বিচি দিলোঁ। কিন্তু বৰ অস্বস্তি কৰা যেন দেখি বিৰিঞ্চিক মাত দি ডাক্তৰৰ তালৈ পঠালোঁ।"

শান্তিকায় কিছুপৰ তলকা মাৰি ৰ'ল। ময়ো কোনো কথা সুধিবৰ প্ৰয়াস নকৰিলোঁ। তাৰ পাছত তেওঁ মোৰ প্ৰায় কাণৰ কাষলৈকে আহি ক'লে—

"বাৰু বাপুকণ, কথা এটা সোধো বেয়া নাপাবা।"

"কোৱা কি কথা আছে।"

"আচ্ছা, তুমি বাৰু বিয়াখনত মত নিদিলা কিয়?"

মই একেবাৰে আচৰিত হৈ শান্তিকাইৰ চকুলৈ চালোঁ। মুখৰ পৰা লাহেকৈ ওলাল—

"কি বিয়া?"

"কিয়? পদুমনি গাঁওৰ গগন ভূঞাঁৰ ছোৱালীজনীক যোৱা কালি আঙঠি পিন্ধোৱাৰ দিন আছিল নহয়? তুমি জানো নাজানা?"

মই আৰু বিস্মিত হ'লোঁ। মই যে এই বিষয় একো নাজানো সেই কথা মোৰ এৰ-ভঙ্গীত সম্পূৰ্ণকৈ প্ৰকাশ পাইছিল। সেইটো শান্তিকাই বুজিও যেন বিশ্বাস কৰিব নোৱাৰিলে। তেওঁ মোৰ মুখলৈ ৰ' লাগি চায়ে ৰ'ল। মাত্ৰ মূৰ জোকাৰি ইয়াকে ক'লোঁ—

"সেইবোৰৰ মই একো ভূ-ভা নাপাও।"

"এহ্! তেন্তেনো এইবোৰ কি কথা।"

শান্তিকাই আৰু কিবা মুখৰ ভিতৰতে ভোৰ্‌ভোৰালে আৰু বাহিৰলৈ ওলাই গ'ল। তেওঁ দুৱাৰমুখৰ পৰাই পুনৰ ঘূৰি আহিল আৰু মোক ক'লে—

"বাপুকণ! অলপ জিৰাই লোৱা। মই দুটামান চাউলকে সিজাওঁ।" মই বাধা দি ক'লো যে মোৰ বাবে ৰান্ধিব নালাগে। ভোক মুঠেই নাই। মোৰ কথালৈ কৰ্ণপাত নকৰি শান্তিকাই ওলাই গ'ল।

কিছুপৰ পিছতে চাহ একাপ লৈ শান্তিকায় ভিতৰ সোমাল। চাহৰ লগতে এখন শুকান ৰুটীও।

"এযা চাহ খোৱা বাপুকণ! মই সোনকালেই কিবা অলপ কৰোঁ। দেউতাই দিনটো একো মুখত দিয়া নাই। সেই মলৌ গাঁওবুঢ়াটোৰ লগত কিবা বলকি বলকি ক'লৈ জানো ওলাই গৈছিল? গধূলিহে ঘূৰি আহিছে। তেওঁক চাওঁতে চাওঁতে মোৰো একো খোৱা নহ'ল।"

ৰুটীখনৰে সৈতে চাহ কাপ টেবিলত থৈ শান্তিকাই ওলাই গ'ল। মই একো নামাতিলোঁ। ঘৰৰ পৰিস্থিতিৰ কথাক নীৰৱে নিৰলে অন্তৰৰ গভীৰতম কোণত গমি-পিটি চোৱাৰ চেষ্টা কৰিলোঁ।

মাতৃহীন ঘৰ এইখন মোৰ। দুখ ভাগৰে ক'ৰবাৰ পৰা আহিলে এই মানুহজনেই এবাৰ মৰমৰ মাত, এটি সান্ত্বনাৰ কথা শুনায়। এগিলাচ পানী বা চাহ একাপাক হাতত তুলি দিয়ে। শুনিছোঁ—বন্ধু-বান্ধৱ সকলে ঘৰলৈ গ'লে বোলে মাকৰ আদৰ মৰমত গোটেই জগত পাহৰি যাব পাৰে। ঘৰৰ পৰা যাবৰ সময়তো মাকৰ চেনেহৰ টান এবাৰ ঘোৱাৰি চকু ঢুলঢুলীয়া কৰি যায়। স্কুল-কলেজত পঢ়া দিনত বোৰ্ডিঙত কিমান মাতৃস্নেহৰ কাহিনী শুনিছোঁ, কিমান নিশা সেইবোৰ কথাকে ভাবি ভাবি মোৰ স্বৰ্গীয়া আইৰ সপোন দেখিছোঁ। তেওঁৰ মুখখনি বা কেনে আছিল? হায়! মোৰ দৰে দুৰ্ভগীয়া

জগতত বাৰু কোন আছে ? যি মাতৃমুখ দেখা নাপালে, যাৰ মুখত জননীৰ স্তন্যধাৰা প্ৰবাহিত নহ'ল, যাৰ অন্তঃকৰণ মাকৰ পবিত্ৰ স্নেহ কৰুণাৰে অভিসিক্ত হোৱা নাই। উঃ কিমান যে মিঠা সেই মাকৰ মৰমৰ "বোপা" মাতষাৰি, কি যে অমৃতময়ী সেই পবিত্ৰ হাতৰ পৰশ। কিমান ভাগ্যবান এই মাক থকা মানুহবোৰ !!

বিছনাত লুটিয়াই থোৱা কাপোৰৰ দ'মটোত মুখটো পেলাই মই এইবোৰ লাগ-বান্ধ নোহোৱা কথাক ভাবি আছো। অজানিতে এজোলোকা চকুপানী বৈ আহি সেই কাপোৰত পৰিল। এনেতে দেউতাৰ মাত শুনিলো—

"অ' শান্তিৰাম।"

দেউতাই শান্তিকাইক তেনেকৈয়ে মাতে। দৰ্জা মেলি শান্তিকাই ভিতৰ সোমোৱা গম পালোঁ। দেউতাই তেওঁক কি কথা ক'লে ভালকৈ নুশুনিলোঁ। মাত্ৰ শান্তিকাই "ভাল বাৰু দেউতা" বুলি ওলাই অহা দেখিলোঁ। দেউতাৰ ওচৰলৈ যাবলৈ মনটো বেছিবাৰো উচ্-পিচাই উঠিছিল। কিন্তু যোৱাৰ কোনো প্ৰেৰণা নাপালোঁ। দৰ্জাখন বন্ধ কৰি শান্তিকায় পাকঘৰত সোমাল। মই উঠি মন্ত্ৰচালিতৰ দৰে দেউতাৰ খোটালীৰ কাষে গলোঁ। দৰ্জাৰ ওচৰত থিয় দি কাণ উনাই ভিতৰৰ অৱস্থা আন্দাজ কৰিলোঁ। দেউতা শুই আছেনে কি কৰিছে ? দৰ্জাৰ ৰিঙত হাত দিলোঁ, কিন্তু শব্দ হ'লে কিবা অথন্তৰ ঘাট বুলি হাতখন কোঁচাই আনিলোঁ। এয়া কিহৰ ভয় ? মোৰ দেউতাৰ বেমাৰ হৈ পৰি আছে, অথচ মই পুত্ৰ হৈ তেওঁৰ খোটালীত সোমাব নোৱাৰি বাহিৰত থিয় হৈ আছোঁ। ধিক্কাৰ লাগিল মনটোত। আগ পিছ নাচাই লাহেকৈ ভিতৰ সোমালোঁ।

দেউতাৰ পালেঙৰ ওচৰত ডাঙৰ টেবিলখনত লেম্পটো জ্বলি আছে। ওচৰতে কিতাপ পুথিৰ দ'ম। সেইবোৰৰ কাৰণে দেউতাই শোৱাৰ পৰা মোৰ মুখখন লক্ষ্য কৰিব পৰা নাই। ভৰি-পথানৰ ফালে সৰু টেবিল এখনত সৰু গিলাচ, ইনজেক্চন আৰু কিছুমান

ঔষধৰ টেমা বটল আদি আছে। বেৰত আৰি থোৱা ডাঙৰ ঘড়ীটোৱে কৰ্ ৰক্ ঢং কৈ এটা শব্দ কৰিলে। মই প্ৰায় উচাপ খাই উঠিলোঁ। ঘড়ীটো সদায়েই তেনেকৈ বাজে। মই কোনো দিনে উচাপ্ খাব লগা হোৱা নাছিল। আজিও চাৰে এঘাৰ বজাৰ সংকেত দিছে। কিন্তু বুকুখন এনেকৈ কঁপিছে কিয়? হাতত সাৰে ভৰিত সাৰে মই টেবিলৰ ওচৰলৈ গ'লোঁ। দেউতাই বেৰৰ ফালে মুখ কৰি কাতি হৈ আছে। ঠিক শোৱা বুলিব নোৱাৰি। তিনিটামান গাৰু ওখকৈ দি তাতে আঁউজি তন্দ্ৰা গৈ আছে। ৰক্তচাপ বেমাৰী। শান্তি ভঙ্গ কৰিবলৈ সাহস নহ'ল। তাতে মোৰ প্ৰতি ভাল ভাব নথকাত উত্তেজনা বাঢ়িব পাৰে বুলি শঙ্কা কৰিলোঁ। লগে লগে তাৰ পৰা ওলাই আহিলোঁ।

মই ওলাই আহি আকৌ মোৰ কোঠাত সোমাবা শান্তিকাই দেখিছিল। কিবা কথা হৈছে বুলি তেওঁ মোৰ ওচৰলৈ আহিল।

"এই, চাহ কাপ দেখোন নাখালাই, তেনেই ঠাণ্ডা হৈ আছে।"

মোৰ তেতিয়াহে মনত পৰিল যে শান্তিকাই চাহ দিছিল। ক'লোঁ—"চাহ আৰু নহ'লেও হ'ব। মোক পানী এগিলাচকে দিয়া। বৰ পিয়াহ লাগিছে।"

"ছে.! এই জাৰখনত ঠাণ্ডাপানী? ফেলেই, পানী গৰম হৈয়ে আছে নহয়? চাহ কাপ হওঁতনো কিমান সময় লাগিব।"

বাধা মুগুনি পুনৰ চাহ একাপ আনি শান্তিকাই দিলে। বৰ আগ্ৰহেৰে এইবাৰ চাহটুপি খালোঁ। দিনটোৰ সকলো দুখ-ভাগৰ যেন এই একাপ চাহেই দূৰ কৰিব পাৰে। চাহ একাপৰ এনে অদ্ভুত শক্তিৰ কথা জীৱনত এয়ে যেন প্ৰথম অনুভৱ কৰিলোঁ।

বৰ ঘড়ীটোত ঢং ঢং কৈ বাৰটা শব্দ হৈছিল। শান্তিকাই দেউতাৰ কোঠাত সোমাই ভাত-পানী দি থৈ আহিল। অসুখ-বিসুখ হ'লে দেউতাই নিজৰ কোঠালীতে টেবিলত আহাৰ কৰে। শান্তিকাই মোক ভাত খাবলৈ মাতিলে। মোৰ কিন্তু খোৱাৰ মুঠেই প্ৰৱণতা

নাই। আপত্তি কৰিলোঁ। শান্তিকাই নেৰে। হঠাতে মনত পৰি গ'ল— দেউতাই মোক ঘৰ এৰি গুলাই যাবলৈ কোৱা কথা, আৰু মনত পৰিল সেই প্ৰচণ্ড চৰ। উহ্! কি যে ভীষণ খং দেউতাৰ! মোৰ দাঁতৰ বিষটো যেন এতিয়াও ঝিম্ ঝিম্ কৰা অনুভৱ হ'ল। অভিমানত অন্তৰ ভৰি পৰিল।

"নাই, মই কোনোমতে ভাত নাখাওঁ শান্তিকাই, তুমি খোৱাগৈ।"

মই সেই কাপোৰৰ দ'মটিতে আকৌ বাগৰি পৰিলোঁ।

"কিন্তু সেইটো কেনেকৈ হ'ব বাপুকণ। তুমি ঘৰৰ ল'ৰা হৈ একো নাখাবা আৰু মই খাম? লাগিলে এৰিলোঁ মযো খাবলৈ।"

শান্তিকাইৰ মাত থোকা থুকি হৈছিল। গামোচাখনেৰে চকু দুটা কেবাবাৰো মচিছিল। যেওঁ-কিছু নোহোৱা এই বয়সীয়া মানুহজনৰ চকুপানী দেখিলে মোৰ সহ্য নহয়। বিনো বাৰু তেজৰ সম্বন্ধ আছে তেওঁৰ সৈতে? কিহৰেই বা আপোন মানুহ তেওঁ? কিন্তু সৰুৰ পৰাই দেখি আহিছো এই ঘৰখনকে মোৰ বুলি জীৱন কটাই দিলে। আৰু মোৰ বাবে এই মানুহজনৰ কিমান স্নেহ, কিমান মৰম? মোৰ বাবে এই মানুহজনো লঘোন পৰিব, সেইটো মোৰ টান লাগিল।

"নহয় বাপুকণ। তুমি এমুঠি খাবই লাগিব। দিনৰ দিনটো বেলে-মটৰে আহি কিমান কষ্ট পাইছা। ইফালে এই দোভাগ ৰাতিখনলৈ মই এমুঠি মুখুওৱাকৈ বিছনাত গৈ টোপনিয়ে বা যাবিম কেনেকৈ? আহা! মোৰে শপথ।"

মোৰ হাতখনত ধৰি শান্তিকাই কোমল মাতেৰে মাতিবলৈ ধৰিলে। ইতিমধ্যে মোৰ অন্তৰ তেওঁৰ প্ৰতি কুমলি আহিছিল। এই সৰল, অকপট মৰমিয়াল অন্তৰৰ আবেদন উপেক্ষা কৰা জানো সহজ? নিতান্ত অনিচ্ছাতো মই পাকঘৰৰ ফালে যাবলৈ ধৰিলোঁ।

পীৰাত বহিলোঁ। শান্তিকাই মোৰ গাৰ ওচৰতে বহিল।

"দেউতাৰ মন যোৱা কালিৰ পৰাই ভাল নাছিল। আজি ৰাতিপুৱা

চাহকাপ দিয়া সময়তে গাঁওবুঢ়া ক'ৰবাৰ পৰা ওলালহি। অনেক বেলি ধৰি সেই বিয়াৰ কথাবোৰকে পাতিছিল।"

শান্তিকাইৰ আধৰুৱা কথাবোৰ মোৰ আগত খুলি ক'বলৈ কোনো সুৰুঙা পোৱা নাছিল। ময়ো ৰহস্যৰ অসম্পূৰ্ণ কাহিনী শুনিবলৈ কোনো উৎসাহ দেখুৱাব পৰা নাছিলোঁ। এতিয়াও মনত একো কৌতূহল প্ৰকাশ নকৰি এনেয়ে ক'লোঁ—

"কিহৰ বিয়া?"

"অ' তুমি অৱশ্যে কৈছিলা হয় যে সেইবোৰৰ ভু ভা নোপোৱা। পিছে বাপুকণ। ছোৱালীজনী হ'লে সাইলাখ গোসাঁনী। যোৱ'বেলি আমাৰ গাঁওত শ্ৰীশঙ্কৰদেৱৰ জন্ম-উৎসৱত আহিছিল নহয়। দেউতাকে আমাৰ ইয়ালৈকো লৈ আহিছিল। উঃ কি যে মৌ-সনা মাত। সৌ বৈঠকখানাতে বহিছিল। মই চাহ-জলপান দিওঁতে চাওঁ যে গোটেই কোঠাটোৱে পোহৰ হৈ আছে। দেউতাৰা কৈছিল যে কেৰাণীৰ বোলে সেইজনী লখিমী ছোৱালী।"

"তাতোনো কি হ'ল? তুমি এইবোৰ কি কৈছা শান্তিকাই।"

"হাঃ মোক ক'বলৈ নিদিয়াচোন। মইতো নিজেও ইমান দিনে একো জনা নাছিলোঁ। যোৱা পৰহিহে শুনিলোঁ যে সেই ছোৱালীজনীকে বাপুকণৰ বাবে আঙঠি পিন্ধাবলৈ যাব। কালি আছিল দিন। আ' মনটো ইমান ভাল লাগিছিল, তেনেহেন লখিমী এজনী ঘৰলৈ আহিলে সংসাৰখন সঁচাকৈয়ে স্বৰ্গহে হ'ব। মই যেন হাতেৰে সৰগ ঢুকি পালোঁ। দেউতাৰ আদেশত ভাল শালি নাৰিকল এথোক পাৰিলোঁ। বেলহেন তামোল আৰু বুলাহেন পাণ পাৰিলোঁ। মালভোগ কল, কুঁহিয়াৰৰ গুড়, এঠা দৈ আৰু ক'ত কি? পাছতনো কি মোৰ এনে দুৰ্ভাগ্য। মোৰ সকলো উচাহৰ জুইত চেঁচা পানী ঢালি দেউতাই যোৱাকালি ক'লে যে সকাম নহ'ব। মই যেন থিতাতে মুচ্‌কচ্‌ গলোঁ। দেউতাৰ গোজোৱা মুখৰ পিনে চাবকে নোৱাৰি। তথাপি মন তাপৰিব নোৱাৰি সুধিলোঁ বোলো কিনো এনে

অঘটন ঘটিল দেউতা? তেওঁ কোনো উত্তৰকে নিদিলে। মাত্র এটা ফোৰোহনি মাৰি উঠিল—

"তোক সেইবোৰ কেলেই? যি হবৰ আছিল হ'ল।"

দীঘল কোটটো আৰু লাঠিডাল থৈ সেই ভৰত্তুপৰীয়াখন যেনেকৈ আহিছিল তেনেকৈ গোঁগোৱাঁই ওলাই গ'ল। মনটোত যে মোৰ কিহৰ ধুমুহা বলিল বাপুকণ। মই একো ততকে ধৰিব নোৱাৰা হ'লোঁ।"

"হেৰ শাঁতিৰাম। শাঁতিৰাম।"

দুবাৰো দেউতাই জোৰেৰে চিঞৰা শুনি মনটোতে এটা খটকা লাগি গ'ল। শান্তিকাই লৰি গ'ল। কাণ দুখন মোৰ অতি সজাগ হৈ ৰ'ল। দেউতাই কোৱা শুনিলোঁ—

"পাকঘৰত কোন অ'? কাৰ লগত কথা পাতিছ?"

"বাপুকণ আহিছে নহয় দেউতা।"

"কিয়? তাৰ কি কাম আছে ইয়াত?"

শান্তিকাই একো নামাতি মনে মনে ৰ'ল। কিছু সময় কাৰো মুখত কথা নাই। আকৌ দেউতাই সুধিলে—

"সি ইয়ালৈ কেতিয়া আহিল?"

"আহিবৰ বেলি হ'ল।দেউতা! মই ৰান্ধিবলৈ যোৱাৰ আগতে আহিছে।"

"পাছে কিয়—মোক কোৱা নাছিলি?"

শুনা নুশুনাকৈ মুখৰ ভিতৰতে কোৱাৰ দৰে শান্তিকাই কি ক'লে মই নুশুনিলোঁ। দেউতাই আৰু কিবা কথা সুধিছিল; তাকো ঠিককৈ কাণত নপৰিল। এবাৰ শুনিলোঁ—

"বিৰিঞ্চি পদুমণিৰ পৰা ঘূৰি আহিল নে?"

"দুপৰীয়াই আহিছে দেউতা। চাইকেলেৰে গৈছিল নহয়।"

"চিঠিখন কাৰ হাতত দিয়া বুলি ক'লে?"

"কেৰাণীৰ হাততে-হি থৈ অহা বুলি কৈছিল।"

"হুঃ! এই হোকাটো লগাই আন।"

শান্তিকাই দৰ্জ্জা মেলি ওলাই আহে। এনেতে দেউতাই আকৌ মাত লগালে। শান্তিকাই ঘূৰি গ'ল। সেইবাৰ কোৱা শুনিলোঁ—

"মোৰ মান ইজ্জত সকলো গৈছে। সেয়ে বিধিলিপি আছিল। জানিবি, তাৰ লগত মোৰ কোনো সম্বন্ধ নাই।"

চিলিমটো লৈ শান্তিকাই পাকঘৰত সোমাল। চৌকাৰ পৰা জ্বলা আঙঠাবে ধপাত জ্বলোৱাত লাগিল। মোৰ মুখলৈ শান্তিকাই চাবই পৰা নাছিল। মই হাত ধোৱা দেখি ঘূৰি চালে।

"এ, বাপুকণ! ভাতগাল দেখোন তেনেই থাকিল? কল দুধ দেখোন মুচুলাই। সেয়া পিয়লাটোত কুঁহিয়াৰৰ গুড়ো দিছিলোঁ।"

শান্তিকাইৰ এষাৰ কথাৰো উত্তৰ দিবলৈ মোৰ ইচ্ছা নহ'ল। মুঠাত মুখেৰে মাতিবাৰেই যেন বল নোহোৱা হৈ গৈছিল। তথাপি বহাৰ পৰা উঠি থোৰতে ক'লোঁ—

"মই দেখোন আগেয়ে খৈছো ভোক নাই বুলি।"

অলপ সময় চোতালতে ইফাল সিফাল কৰিছো। এজাত ফেৰ্-ফেৰিয়া পাতল বতাহ চকুৰে-মুখে লগাত বৰ জুৰ্‌ জুৰ্‌ লাগিল, কাৰণ চকুদুটা বৰকৈ পুৰিছিল। কপালৰ বিষটোও কিছু শাম কটা যেন পালোঁ। শান্তিকাই তামোল-ধপাত দি দেউতাৰ কোঠাৰ পৰা ওলাই আহিছিল। লগে লগে ভিতৰৰ পৰা দৰ্জ্জাত খিলিটো লগাই দিয়া গম পালোঁ। কিছু সময় ধৰি গুৰ্‌গুৰিটোৰ এটা মৃদু টোৰোক্ টোৰোক্ শব্দ মাত্ৰ কাণত পৰিল। তাৰ পাছত সকলো নিৰৱ।

চকীখনত আউজি টেবুলত ভৰিদুখন তুলি দি আকাশ-পাতাল ভাবি আছিলোঁ। নাজানো কিমান পৰ সেইদৰে আছোঁ। শান্তিকাই আহি বিছনাখন যতনাই দিয়াত তাতেই বাগৰিলোঁ। টোপনি কিন্তু মুঠেই নাহিল। কি কৰিলোঁ, কি হ'ল আৰু ভৱিষ্যতেইবা কি কৰ্ত্তব্য হ'ব ভাবি ভাবি চিন্তাৰ আঁত হেৰুৱাই পেলাইছিলোঁ। শেষত দেউতাৰ চিন্তাই মনলৈ আহিছিল বেছি। নিজৰ বিষয়ে ভাবিবলৈ এৰি দিছিলোঁ।

দেউতা আছিল অতি দৃঢ় মনৰ মানুহ। কথাত যেন দৃঢ়তা কামৰ মাজতো ভীষণ কাঠোৰতা সদায়-লক্ষ্য কৰিছিলোঁ। ঘাট-মাউৰা দেউতাই সংসাৰৰ বিচিত্ৰ ঘাট প্ৰতিঘাতৰ মাজত ডাঙৰ-দীঘল হৈছিল। শৈশৱত বহুতৰ তলত দোকান, কৰ্মশালা আৰু কৃষিকামত গেবাৰী খাটি দুখ প্ৰৱঞ্চনা পাই তিক্ত অভিজ্ঞতা অৰ্জ্জন কৰিছিল। মহাজনৰ অন্যায় অত্যাচাৰত তিষ্ঠিব নোৱাৰি যোৰহাটৰ ট্ৰেইনিং স্কুলৰ ৰান্ধনি হৈছিলগৈ। সৰুতে মোমায়েকৰ ঘৰত থাকোঁতে দেউতাৰ প্ৰাইমাৰী বিদ্যালাভ হৈছিল। ট্ৰেইনিং স্কুলৰ শিক্ষক বিলাকে দেউতাক বৰ মৰম কৰিছিল। বিশেষকৈ দেউতাৰ ছপাশালৰ নিচিনা আখৰ দেখি তেওঁলোক মুগ্ধ হৈছিল। দোকান-বজাৰৰ হিচাপো দেউতাই তপ কৈ মুখে মুখে মিলাই দিছিল। তাকে দেখি শিক্ষকসকলে দেউতাক এম্ ভি স্কুলখনতে নাম লিখাই দিছিল। সেয়া হ'ল যোৰহাট নৰ্ম্মাল স্কুলৰ কথা। পুৱা দহবজাৰ আগতে ভাতপানী ৰান্ধি স্কুললৈ যায় আৰু নিশাও হোষ্টেলৰ ছাত্ৰক খুৱাই-বুৱাই দেউতাই পঢ়া শুনা কৰে।

তিনি বছৰৰ পাছত ভালকৈয়ে ছাত্ৰবৃত্তি পৰীক্ষাত দেউতা উত্তীৰ্ণ হৈছিল। তেতিয়া আৰু গোলামী কাম বৰ ভাল নলগাত তেওঁ ঘৰলৈ আহে। লগত দেউতাই চাৰিশমান টকাও আনিছিল। ককাদেউতাৰ মাটি এপুৰামান আছিল। ঘৰ-দুৱাৰৰ একো চিন মকাম নাছিল। তাতেই এটি ঘৰ থিয় কৰি দেউতাই প্ৰথমে থিতাপি লাগে। গৰু এহাল কিনি তেওঁ-লোকৰ মাটিও খাবলৈ ধৰিলে। অৱস্থা কিছু ভাললৈ আহিল।

তেনেতে গাঁওৰ প্ৰাইমাৰীখনতে দেউতাই এটা চাকৰিও পায়। ব্যক্তিত্ব আৰু দৃঢ়তাৰ বাবে সমাজতো দেউতাই এখন স্থান হ'ল। অৱস্থাও বহুত ভাললৈ আহে। এনেকি দেউতাৰ অৱস্থা দুই-চাৰিজনৰ ঈৰ্ষাৰো কাৰণ হৈ পৰে। এনে সময়তে এদিন দেউতাৰ বিয়া হৈছিল, অৰ্থাৎ মোৰ মাক দেউতাই বিয়া কৰে।

মোমাইহঁতৰ ঘৰ বুলিবলৈ মোৰ কপালত একোয়ে নাছিল। মোৰ কেঁচুৱা কালতে ককাদেউতা ঢুকাইছিল। মোমাই এজন থোলে

বিয়া নোহোৱাকৈয়ে মৰিছিল। গুৱাহাটীৰ সেই মাটিকণ দেউতাৰ নামতে দি অন্ত্যেষ্টিক্ৰিয়াৰ খৰছ আৰু সামাজিক দায়ৰ হাত সাৰিবলৈ তেওঁ ব্যৱস্থা কৰিছিল।

মই গুৱাহাটীৰ যিটো ঘৰত আছিলোঁ সেয়া দেউতাই নিজে পাছত সজা ঘৰ। কাৰণ ককাদেউতাইঁতৰ খেৰী জুপুৰীটো মানুহৰ লগে লগেই উৰলি গৈছিল। পানী-পায়খানা আদি সকলোবোৰৰ ব্যৱস্থা দেউতাই পাচত কৰিছিল। মুঠতে মাটিখিনিত বাহিৰে ককাদেউতাইঁতৰ পুৰণি স্মৃতি তাত একোৱেই নাছিল।

এবা চাঁৰি খোটালীৰ আহল-বহল ঘৰটো দেউতাই নিজেই সজা। যিটো চনত দেউতাই চাকৰি ইস্তফা দিয়ে তেতিয়াই আমাৰ এপুৰা মাটিৰ পাণ-তামোলৰ বাৰীখন নিজ হাতে পাতিছিল। তেতিয়া হোনা মই কেঁচুৱা। মোৰ মুখত মাত নৌ-পুটোতেই মা ঢুকাইছিল। তেতিয়াৰ পৰাই দেউতাই মোক বুকুত বান্ধি লৈ অকলশৰে সংসাৰ যাত্ৰা কৰিছে। বন্ধু বন্ধাৱে বিয়াৰ কথা ক'লে বোলে দেউতাই এষাৰ সংস্কৃত মাতিছিল—

"পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা।"

"পুত্ৰৰ কাৰণেহে ভাৰ্য্যা লাগে। মোৰ পুত্ৰলাভ হ'ল গতিকে বিয়াৰ উদ্দেশ্য সিদ্ধি হৈছে। আৰু কিহৰ বিয়া।

স্কুল পৰিদৰ্শকক প্ৰহাৰ কৰি চাকৰি এৰি বাৰী পাতি আৰু পাচত ঠিকা কৰি দেউতাই কেনেকৈ ধন ঘটিলে সেইবোৰ বহুত কথা। মুঠতে ধন হোৱাৰ পাচত সমাজত প্ৰতিপত্তিও লাভ হৈছিল। গাঁওৰ মাইনৰ স্কুল, আলি-পুহুলি, ডাক্তৰখানা, পঞ্চায়ত অফিচ আদি হোৱাৰ কামত দেউতাৰ নাম সদায় আগশাৰীত।

আজি দেউতাৰ মান ইজ্জত সকলো গ'ল। কিয়? কাৰ দোষত? যাৰ কাৰণে তেওঁ ডেকা দেহ বুঢ়া কৰিলে, যৌৱনৰ আশা-বাসনাক ভৰিৰে ঠেলি ৰাখিলে, বি, এ, মহলালৈকে যাক সংসাৰৰ বা-বতাহ গাত লাগিব নিদিছিল—আজি তাৰ কাৰণেই তেওঁৰ উচ্চ শিৰ নত হ'ব

লগা গৈছে। বোপাকণ বুলিশে সংসাৰত একমাত্ৰ তেজৰ চিন বুলি যাৰ ধমনীত ৰক্ত প্ৰবাহিত হৈছিল, পুলক উপচি পৰিছিল, আজি তাৰ লগতো তেওঁৰ কোনো সম্বন্ধ নাই বুলি ঘোষণা কৰিছে। বিধিৰ কি বিচিত্ৰ বিচাৰ! ক'তা? মইতো এতিয়াও কোনো অসৎ কৰ্ম নাইবা অবিহিত আচৰণ কৰা নাই! তেন্তে সকলো বুজাৰ ভুল, বিশ্বাসৰ প্ৰতাৰণা? দেউতাৰ এই ভুল মই ভাঙিব লাগিব। কিন্তু কেনেকৈ? কি উপায়ে??

অচিন চৰাইৰ মাতে পুৱতি নিশাৰ জাননী দিলে। আকাশী-খিড়িকীৰ মাজেৰে দিনৰ ক্ষীণ আভা জিলিকি উঠিল। আৰু এটি দুৰ্ভাৱনাৰ দীঘল ৰাতি শেষ হৈ গ'ল।

[ ১১ ]

গুৱাহাটী। ষ্টেডিয়ামত বিৰাত ফুটবল খেলা চলিছে। অষ্ট্ৰেলিয়ান আৰু ৰাছিয়ান দল দুটাও খেলাত যোগ দিছে। গোটেইখন চহৰ খেলৰ নামত গৰম হৈ গৈছে। ল'ৰা-বুঢ়া, ডেকা-গাভৰু এনেকি ঘৰৰ বুঢ়ী মানুহবো গাত তত্ নাই। টিকট পোৱাটো দুষ্কৰ কাম। বহুত দূৰৰ, ডিব্ৰুগড, যোৰহাট, ধুবুৰী আদিৰ পৰাও ধনী মানুহবোৰ গাড়ী লৈ আহিছে। প্ৰতিষ্ঠা থকাবাবে কোনেবেই টিকট কৰিছে। এক শ্ৰেণীৰ লোকে টিকট বেচি দুটকাৰ ঠাইত দহ টকা ঘটিছে। বুলি-মালী-বিক্ৰাৱালা কোনেও যেন খেলা বাদ দিব নোৱাৰে। বিশেষকৈ ৰাছিয়ান দলৰ খেলা কালিলৈ আছে। টিকটৰ কাম আগদিনাই প্ৰায় শেষ। অফিচতো সেইবোৰ কথাকে সকলোৰে কেনেকি আছিল। মই সেইবোৰত সিমান গুৰুত্ব দিয়া নাছিলোঁ। ভাবিছিলোঁ —এইবাৰৰ খেলা চাই জগতখন পাহৰি থাকিব পৰাটোই এক ভাগ্যৰ কথা। মনৰ কুঁৱলী দূৰ কৰিবলৈ হয়তো মৰো খেল —৫

চাবলৈ যাব পাৰিলোহঁতেন। কিন্তু টিকটৰ আশা কৰাটোই মিছা।

চাৰি বজাৰ পাছত অফিচ চুটী হ'ল। ব্ৰহ্মপুত্ৰৰ পাৰে পাৰেই ভৰলু মুখৰ ফালে খোজ লৈছোঁ, বতাহ অলপ বলিছিল। কিন্তু ৰিফিউজিহঁতৰ ঘৰৰ পৰা ওলোৱা ধোঁৱাবোৰ তাত মিহলি হৈ অহাত কিবা অস্বস্তি বোধ হৈছিল। এনেতে পাছফালে কাকতিয়ে মাত দিলে—

"এয়া লওক, বল খেলাৰ টিকট এখন।"

দ্বিতীয় শ্ৰেণীৰ টিকট এখন উলিয়াই দি তেওঁ আকৌ খপ জপকৈ জেপত হাত সুমুৱালে। এইবাৰ ৰঙা কাগজ এখন উলিয়াই তেওঁ ক'লে—

"দেউতাৰ অসুখ বুলি টেলিগ্ৰাম পাইছো।"

কথাষাৰ কৈ তেওঁ ৰুমালেৰে চকুপানী টুকিছিল। মই সান্ত্বনা দিলোঁ। এই যে টেলিগ্ৰাম পোৱা আৰু দেউতাকৰ স্নেহ-ভক্তিত চকুপানী টুকিব পৰাটো কিমান ভাগ্যৰ কথা। মই নিজৰ মনতে ভাবিলোঁ, এওঁক দেউতাকে মাতিছে আৰু প্ৰাণধ টানত পুতেকে চকুলো মচিছে। মই আকৌ দেউতাৰ অসুখৰ সময়ত গৈ ওলোবাতো তেওঁ ক'লে মোৰ লগত সম্বন্ধ নাই বুলি। কি বিচিত্ৰ বিৰোধ। একে অপত্যাস্নেহৰে এই বিৰুদ্ধ প্ৰকাশ নে? একে বাৎসল্য ৰসৰ এনে শীতল আৰু উষ্ণ প্ৰস্ৰৱণ নে? মূৰটো ঘূৰাই আনিছিল। ওচৰতে পৰি থকা বৰ ডাঙৰ কাঠ এটুকুৰাত বহি পৰিলোঁ। কাকতি চেলিউট দি গুচি গ'ল। ময়ো প্ৰতি নমস্কাৰ দিলোঁ। আগৰ অভ্যাসতে মই পুৰণি বাটেৰে খোজ কাঢ়িলোঁ। কথাটো মনত পৰাত পুনৰ কুমাৰপাৰাৰ মাজৰ বাটেৰে হোটেল বুলি খোজ দিলোঁ। তেতিয়া বিজুলী-বাতিবোৰ তিৰ্ বিৰাই উঠি ৰাতিৰ অন্ধকাৰক হাঁহিছিল, ইতিকিং কৰিছিল।

সেইদিনা ঘৰৰ পৰা আহিবৰ তিনি দিন হৈছিল। আগৰ দুদিন

অফিচলৈ যোৱা নহ'ল। মন আৰু শৰীৰৰ দুৰ্ব্বহ দুখ ভাগৰেই তাৰ কাৰণ আছিল। মুঠতে অফিচ তিনিদিন খতি হ'ল। সম্প্ৰতি দৈহিক ভাগৰ বিশেষ নাই বুলিব পাৰি। হোটেলত ভাত খাইছোঁ আৰু শুইছো। কিন্তু মনৰ ভাগৰ যেন মোৰ মুঠেই কমা নাই, বৰং বৃদ্ধিহে পাইছে যেন লাগে। যিমানেই সেইবোৰ কথা নাভাবিবলৈ চেষ্টা কৰোঁ তিমানে বেছি জুমুৰি দি ধৰে। যিমানে তাক ভাবি নিও তিমানে যেন তাৰ আঁত হেৰুৱাই অথাউনিত পৰি কক্‌বকাওঁ।

দেউতা। দেউতাৰ প্ৰতি মোৰ অন্তৰত কোনো বেয়া ভাব নাই, কোনো অশ্ৰদ্ধা নাই। অথচ দেউতা মোৰ ওপৰত ইমান অসন্তুষ্ট কিয়? ইমান ৰুষ্ট কিয়? ভাবিছিলোঁ দুদিনমান থাকি দেউতাক শুশ্ৰূষা কৰিম, কিন্তু সেই আশা নিষ্ফল হোৱাত অগত্যা তেওঁৰ উদ্বেগ আৰু উত্তেজনা নবঢাই গুচি অহাকে ঠিক কৰিলোঁ। বিদায় লবলৈ গৈ সেৱা জনালোঁ। উ, কি নিদাৰুণ ব্যবহাৰ দেউতাৰ। তেওঁ মাত্ৰ সুধিলে—

"মোৰ ঘৰ খালী হৈছে নে নাই?"

প্ৰথমতে প্ৰশ্নৰ অৰ্থ উলিয়াব পৰা নাছিলোঁ। ক্ষন্তেক পাছতে বুজি উত্তৰ দিলোঁ—

"হয়—হৈছে।"

"বচ্। সকলো স্বাধীন মানুহ। নিজৰ বাট মানুহে নিজে বুজিবৰ অধিকাৰ আছে।"

মনৰ সকলো কথা উজাৰ কৰি দেউতাক বুজাম বুলি সাহস গোটাইছিলোঁ। চৰম অপমান নাইবা নিৰ্য্যাতনো সহ্য কৰিবলৈ ভাল লাগিলহেঁতেন যদিহে পিতৃক অন্তৰৰ ৰুদ্ধ বেদনাবোৰ ব্যক্ত কৰি এবাৰ শুনাব পাৰিলোঁহেঁতেন। সেয়ে ক'লো—

"দেউতা! আপুনি মোক ভুল বুজিলে। মোৰ আবেদন এবাৰ শুনক।"

কিন্তু মুখৰ কথা প্ৰায় শেষ হ'বলৈ নিদিয়াকৈয়ে ধমকিহে দিলে—

"চুপ। ভুল বুজিবৰ আৰু ভুল কৰিবৰো মোৰ অধিকাৰ আছে। মোৰ ভুল অনুগ্ৰহ কৰি কোনেও শুধৰাই নিদিলেও হ'ব। কোন কাউৰী কোন চোঙত পৰি মুগা-পলু খায় তাৰ খবৰ মই নলওঁ। তথাপি ভঁৰৰ বাতৰি মই ডাঁৰে পাই আছোঁ।"

"কিন্তু আপোনাক কোনোৱে প্ৰৱঞ্চনা কৰিছে, মিথ্যা সমাচাৰ দিছে।"

"ভালে ভালে আঁতৰ হ বুলিছো। শুকক আৰু কি বেদ পঢ়াবি? অন্ধ প্ৰেমিক। প্ৰতিজন কামান্ধ প্ৰেমিকে নিজৰ কথা সদায় অভ্ৰান্ত বুলি ভাবে। সিহঁতৰ মানত জগতৰ সকলো প্ৰৱঞ্চক, সকলো মিথ্যা আৰু অলীক। মই বিষবৃক্ষ মই নিজে কইছিলোঁ। এতিয়া তাৰ ফল ময়ে ভোগ কৰিম। যা যা মোক জ্বলাতন নকৰিবি।"

দেউতা উত্তেজিত হৈ পৰিছিল যিটো কথা মই সদায় ভয় কৰোঁ। পৰিস্থিতি আঁয়ত্বলৈ অনা নাইবা অৱস্থাৰ পৰিবৰ্ত্তন ঘটোৱা শক্তি মোৰ আৰু নাছিল। দেউতাৰ ভুল বিশ্বাসৰ মূলোচ্ছেদ কৰা সম্ভৱ নহয় যদিহে পৰিস্থিতিয়ে নিজে সেই কামৰ ভাৰ নলয়। এতিয়া দেউতাৰ লগত উচ্চ-বাচ্য কৰিবলৈ যোৱা মানে সৰ্ব্বনাশ। কাজেই পৰিস্থিতিক বাট এৰি দিবলৈ মায়া বাধ্য হলোঁ। এতিয়াই এটা কথাৰ গভীৰ উপলব্ধি হ'ল যে মানুহ পৰিস্থিতিৰ দাস।

যন্ত্ৰৰ দৰে নিজ্জীৱ শৰীৰটো লৈ ঘৰৰ পৰা আহিছিলোঁ। জোনালীৰ খবৰ লোৱাৰ কথা মনতেই নহ'ল। হতভাগিনী জোনালী! বিধাতাৰ অভিশপ্ত জীৱ। জীৱন ভৰা দুখ-জ্বালাতন, সমাজৰ ঘৃণা-অবিশ্বাসৰ দুৰ্বিসহ বেদনাৰ হেঁচাত নিষ্পেষিত হ'বলৈহে তইঁতৰ দৰে ফুলৰ সৃষ্টি। মই পুৰুষ হৈ এজন লোকৰ মনৰ ভুল ধাৰণা দূৰ কৰিবলৈ সমৰ্থ নহলোঁ। আকৌ সিও মোৰ পিতৃদেৱ। তাই ছোৱালী হৈ হৈ সহস্ৰজনৰ মনৰ বদ্ধমূল কু-ধাৰণা কি দৰে আঁতৰাব? তোমাৰ সন্মুখত দেউতাই তাইক বেশ্যা বুলিলে। উঃ। কি ঘৃণ্য সম্বোধন! কি হৃদয় বিদাৰক ৰাকাবাণ॥

'হেঃ কি যে কৰে বাবু।"

ৰিক্সাখনৰ চকাটো লংপেণ্টৰ গাতে লাগি গ'ল। চিনেমা হলৰ ওচৰত গাড়ী-মটৰ, চাইকেল-ৰিক্সাৰ বিজ্‌বিজনী। ৰিৰ দি বাট পাবলৈ নাই। অইন কোনো হোৱা হ'লে ৰিক্সাৱালাৰ গালত এটা চৰাকে সোধালেহেঁতেন। কিন্তু চিন্তা-ভাৱনাৰ ৰিষত জুৰুলা হৈ থাকি মই নিজেই ৰিক্সাৱালাৰ কথা শুনি নীৰৱে আঁতৰিলোঁ। দেখিলোঁ ৰিক্সাৰ পৰা দুজনী ছোৱালী নামি গ'ল। পাছফালৰ পৰাই চিনিব পাৰিলোঁ এজনী জ্যোৎস্না। ঠিৰকৈ বন্ধা ধুনীয়া খোপা আৰু দীঘল ডিঙিত জিলিকি শোভা পোৱা চেইনডালৰে সৈতে সেইজনী নিশ্চয় জ্যোৎস্নাই হ'ব। ঘূৰি আকৌ এবাৰ লক্ষ্য কৰিলোঁ। ঠিকেই, খোজ কাটলতো তাইৰ এটি নিজস্ব ভঙ্গী আছে।

পেণ্টত বোকা লাগিছিল। বহুতে হয়তো সেই বথা লক্ষ্য কৰিছিল, কিন্তু মই ক্ষন্তেকৰ কাৰণে সকলো পাহৰি গৈছিলোঁ। জ্যোৎস্নাই মোৰ মনোৰাজ্যৰ কোনো এটা অন্ধকাৰ চুক পোহৰাই তুলিছিল। পৰিচয় হয়তো একোৱেই নাই, কিন্তু জ্যোৎস্নাৰ বিষয়ে বহু কথাই মই জানো। আচৰিত কথা—আজি যেন জ্যোৎস্নাক মই নতুনকৈ দেখিছো। জ্যোৎস্নাৰ পোহৰত আজি যেন মই এখন নতুন পৃথিৱীৰ ৰূপ অৱলোকণ কৰিছো। এই জ্যোৎস্নাকেই মোৰ বাবে আঙঠি পিন্ধাবলৈ দেউতাই ঠিক্ ঠাক কৰিছিল। জ্যোৎস্না গগণ ভূঞাঁৰ ডাঙৰ ছোৱালী। গহীন বুদ্ধিমতী। ভূঞাঁৰ দুয়োজনী ছোৱালী এইবাৰ প্ৰৱেশিকা পাছ কৰিছে। জ্যোৎস্না আৰু কৰবী। কৰবী গুৱাহাটীত থাকি পি, ইউ, পঢ়ে। জোৎস্না আছিল গাঁওৰ ঘৰতে। জ্যোৎস্নাক খোজাবঢা কৰা কথাটো ঘুমুক্-ঘানাক্কৈ মঞো শুশুনা নহয়। কিন্তু দেউতাই যে হঠাতে এনেকৈ আঙঠি পিন্ধোৱাৰ বন্দবস্ত কৰি পেলাইছিল তাক মই জনা নাছিলোঁ। সম্ভৱ মোক টেলিগ্ৰাম কৰি মাতি পঠোৱাৰ উদ্দেশ্য সোয় আছিল, আৰু মই নোযোৱাত তেওঁ নিজে আহি ওলোৱাৰ কাৰণো সেইটোৱে। সঁচাকৈয়ে

দেউতাৰ সজ ইচ্ছাত মই অজানিতে এটা প্ৰচণ্ড আঘাত কৰিছো। ইচ্ছা-অনিচ্ছাতকৈযো দেউতাৰ সম্মান আৰু ব্যক্তিত্বত সি এটা চেকা লাগিলে। কিন্তু এই পৰিণতিৰ বাবে জানো জগৰীয়া মই? তেন্তে কি জোনালীয়ে তাৰ বাবে দায়ী? নহয়, সি কেতিয়াও হ'ব নোৱাৰে। তাইক মই লৈ আহিছিলোঁ আসন্ন মৃত্যু মুখৰ পৰা। ময়ো এনে কাম কৰি একো পাপ কৰা নাই, দৈৱেই মোক সেই সৎ প্ৰেৰণা আৰু প্ৰবৃত্তি দিছিল। তেনেহ'লে দোষ কাৰ? সৰল, সত্যনিষ্ঠ, নিৰ্ভীক আৰু স্পষ্টবাদী দেউতাৰ??

দোষ হয়তো কাৰোৰেই নাই। দোষ হয়তো পৰিস্থিতিৰহে। এটা ওলট-পালট অদ্ভুত চিন্তাৰ ধুমুহাত মনৰ আকাশ ধুৱলী-কুঁৱলী হৈ পৰিছিল। প্ৰচণ্ড বেগেৰে আহি কেতিয়াবাই হোটেলত উঠিছিলোঁ। ওপৰ মহলাৰ বাৰান্দাৰ ৰেলিঙত ধৰি বহুপৰ সেইদৰে চিন্তা কৰিযেই আছিলোঁ। কিন্তু এই ভুল বুজা-পৰাৰ বাবে পৰিস্থিতি এটাৰ সৃষ্টি কৰে কোনে? মানুহে নে দৈৱে? দৈৱ কি বস্তু? মানুহে কয় সকলো কৰ্মফল। শাস্ত্ৰই কয় জগতৰ সকলো ঘটনা কাৰ্য্য-কাৰণ সম্বন্ধ বিশিষ্ট। সকলো কাৰ্য্যৰ অন্তৰালত এটা কাৰণ আছে, আৰু সকলো কৰেণৰ মূল তাৰ পূৰ্ববৰ্ত্তী কাৰ্য্য। তেন্তে আমাৰ এই খেলি মেলি আৰু ভুল বুজা পৰাৰ মাজতো নিশ্চয় কিবা মূল কাৰণ আছে।

"বাবু! আপোনাৰ এখন চিঠি আছে।"

পাছফালৰ পৰা হোটেলৰ বয়টোৱে মোক এখন দীঘল খামৰ চিঠি আগবঢ়াই দিলে। চিঠিখনৰ আখৰ কেইটা ধুনীয়া। পৰিচিত যেন লাগে। যি নহওক চিন্তাৰ এটা অৱকাশ পাম বুলিয়ে ভাল লাগিল। ভিতৰলৈ গৈ কাপোৰ কানি সলোৱাৰ দিহা কৰিলোঁ।

খামটো বৰ উৎসাহেৰে ফালিলোঁ। এখন দীঘল চিঠি। খিচ্-খিচ্ কৰে সৰু মুগৰ গাজীহেন আখৰবোৰ। মানুহে কয় ছোৱালীৰ আখৰ হেনো দেখিলেই চিনিব পাৰি। ওপৰৰ সম্বোধন আৰু

শেষৰ আখৰ তিনিটা নোহোৱা হ'লে জোৱাশীৰ চিঠি বুলি তাক ধৰি লব নোৱাৰিলোঁহেঁতেন। শিৰোনামাৰ ইংৰাজী আখৰ কেইটাৰ গঢ়টো মই যেন ক'ত দেখিছিলোঁ। অ' মনত পৰিছে। জোনালী-হঁতৰ ঘৰত। জোনালীৰ পঢ়া কোঠাৰ বেৰত এখন এম্‌ব্ৰইডাৰি বন্ধাই আৰি থোৱা আছিল। লিখা আছিল— Truth is God and God is truth অৰ্থাৎ সত্যই ভগৱান আৰু ভগৱানেই সত্য।

সেই আখৰ কেইটা যে একেখন হাতৰ আছিল তাক শিৰোনামাৰ আখৰ কেইটাই ঘোষণা কৰিছে। সঁচাকৈয়ে জোনালীৰ হাতৰ এই ধুনীয়া পৰিপাটি লিখনি দেখি মনটো ভাল লাগিল। অন্তৰত এটা প্ৰশংসাৰ মৃদু আৱৰ্তি উঠিছিল।

সৰু টেবিলখনত চিঠিখান মুকলিকৈ ললোঁ। জানিব লগীয়া বহু কথাই মনটো উদ্বিগ্ন কৰি তুলিছিল। তাই লিখিছে—

"অসীম দা।"

প্ৰথমে মোৰ হিয়াভৰা শ্ৰদ্ধা আৰু নতজানু হৈ কৰা দুৰণিৰ প্ৰণাম গ্ৰহণ কৰিব। তেজৰ সম্বন্ধ হয়তো নাই, কিন্তু কিহৰ সম্বন্ধ নাজানো, আপোনাৰ দুদিনীয়া পৰিচয়ে মোৰ অন্তৰৰ সমস্ত চেতনা ভক্তি মিশ্ৰিত মৰম স্নেহেৰে ভৰাই দিছে। অজ্ঞতাবশত যদি কিবা দোষ কৰিছো তাৰ বাবে আৱন্তুণিতে মাৰ্জ্জনা বিচাৰিলোঁ।

দাদা! আপুনি মোক নৱ-জন্ম দিছে। মোৰ মাৰ জীৱনো আপোনাৰ দান বা অনুগ্ৰহত ঘূৰাই পালোঁ। এই দুটি জীৱনৰ অপৰিশোধনীয় ঋণৰ বাবে দিবলৈ আমাৰ কি আছে? ৰিক্ত আমি। আমাৰ চিৰজীৱন কৃতজ্ঞতাৰ অশ্ৰুৰে সিক্ত হৈ ৰব।

এটি কথাত মৰ্ম্মান্তিক দুখ পালোঁ। আপুনি কি যে অৱস্থাত মোক এৰি থৈ গৈছিল। অথচ এবাৰ মাত এষাৰকে আৰু দি নগ'ল। কিন্তু আপোনাৰ বিৰুদ্ধে ভবাৰ আগতে মোৰ যদি মৃত্যু হয় তেন্তে সিয়ো সুখৰ হ'ব। মই নিশ্চয়কৈ ঠাৱৰ কৰিছো আপুনি কিবা

প্ৰতিকূল পৰিস্থিতিত পৰিছে মোক এনে বিপদৰ মাজতো এবাৰ মাত এবাৰ দি যাব নোৱাৰিলে। ভগবানে আপোনাৰ অমঙ্গল দূৰ কৰক, এয়ে মোৰ আন্তৰিক কামনা।

অসীমদা! আপুনি কৈছিল—মই সুখ-দুখৰ সকলো কথা আপোনাক নিজৰ ককাইৰ দৰে বুলি ভাবি ক'বলৈ। এই 'ককাইৰ দৰে' শব্দটো মই ভাল নাপাও, কাৰণ দৰে বা নিচিনা শব্দ বস্তুৰ এটা তুলনা বা সাদৃশ্য বুজোৱাতহে খাটে। বস্তুৰ ঐক্য বা অভিন্ন ভাব নুবুজায়। সেয়ে মই কওঁ আপুনি মোৰ ককাইদেউ দাদা-অসীমদা: যাৰ অকপট মৰম স্নেহৰ সীমা নাই। আৰু সেই অধিকাৰতে আজি মোৰ মানসিক বেদনাত আৰু দুটা নতুন কথাৰ ভাগ আপোনাক দিব খুজিছো।

চাওঁক দাদা! আমি দুয়ো যিদিনা ঘৰলৈ আহিছিলোঁ সেইদিনা আবেলিৰ ঘটনা। মা'ৰ বোলে দুদিন আগৰে পৰা জ্বৰ আছিল। মনৰ অৱস্থাও অতিশয় বেয়া আছিল। অভুক্ত অৱস্থাতে তেওঁ তাঁতশালত কোনোবাই কাটি থোৱা সূতা কিছুমান যোৰাই আছিল। তেনেতে আপোনাৰ পিতৃ (মোক ক্ষমা কৰিব—সেই সম্মানীয় ব্যক্তি-জনৰ নাম ল'বলৈ অন্তৰত কিমান আঘাত পাইছো!) এইফালে যায়। তেখেতে মাৰফালে চাই হাত জোকাৰি বহু কৰ্কথনা কৰে। কথাৰ মৰ্ম্ম আছিল এই—

"তোক মই এসময়ত চাকৰি দি ইযাত পাতিছিলোঁ। গাঁওবুঢাৰ মাটিত ঘৰ সাজি থাকিবলৈ মযে ব্যৱস্থা কৰি দিছিলোঁ। কিন্তু তই মোক এইটো কামোৰ মাৰিব নালাগিছিল। তোৰ সেই ডাংকাটি বেশ্যা ছোৱালীজনীক কু-মন্ত্ৰণা কৰি মোৰ ল'ৰাৰ তেজ পিবলৈ দিব নালাগিছিল। ইয়াৰ প্ৰতিশোধ মই লম। মই তোক হাতেৰে নামাৰোঁ, ভাতেৰে মাৰিম। বিহ গছৰ পুলি ক'ইছিলোঁ। চাওঁবাক উভালিব পাৰোঁ নে নোৱাৰোঁ।"

প্ৰায় একে উশাহতে বহুতো কথা কৈ তেওঁ টিকিচি-বিকিচি

গুচি গ'ল। লগে লগেই সোমাই আহিছিল গাঁওবুঢ়া। তেওঁ মাক চকু চেলাই ধৰিলে—।

"হোঃ। মইতো তোৰ দৰে বাগৰীক পহিলেই ঠাই নিদিওঁ। এই ভোলা বাবুইহে এইখান কৰিলে। এতিয়া মাটিৰ টকা দুশ আজি কিমান বছৰ হ'ল দিবলৈ মনত নাই। তাতে বেটীয়ে জীয়েকক কিবা বোলে পিউ পঢ়ায়। বোলে গাত নাই ছাল-বাকলি, মদ খায় সাত টেকেলি।"

উত্তৰত মাই ক'লে—"মাটি টুকুৰাতো ক'লৈকো দাঙি নিব নোৱাৰোঁ। ছোৱালী হ'ল লোকৰ বস্তু। ওলাই গ'ল গুচিল। মই মৰিলে যাৰ মাটি তাৰে থাকিব। তদুপৰি ১০/১২ বছৰত খুচুৰাকৈ দিওঁতে নাই বুলিও দুই-আঢৈ শ টকা দিয়া হৈছে। কিনা সময়ত মাটিৰ দাম আছিল ন কুৰিহে।"

সেই সঁচা কথাষাৰ কোৱাৰ লগে লগেই গাঁওবুঢ়াই এখন ভীষণ হৈ চৈ লগাই দিলে। মাক যেন ধৰি এচাৰিহে মাৰিব। তাঁতশালৰ পাতৰ পৰা হাতত ধৰি সেই বেমাৰী মানুহজনীক চোঁচৰাই আনিলে। মুখেৰে যিহকে আহে তিহকে মাতিলে। লগে লগে মুগা-পলু অহাদি গাঁওবুঢ়াৰ ঘৰৰ ল'ৰা-ছোৱালী, নাতি-পুতি সকলো আহিল। ধেমালি চোৱা দৰ্শকৰ দল আহিও চোতাল নধৰা হ'ল। কোনে জানে সেই অৱস্থাত মাক যদি কাটিও পেলায় তথাপি তাৰ প্ৰতিবাদ কৰা লোক তাত নোলালহেঁতেন। বুঢ়াৰ হাতৰ পৰা কোনোমতে এবাৰ মা গৈ ভিতৰ সোমাল। বাহিৰত বহুত তৰ্জন গৰ্জন আৰু অশ্লীল অঙ্গ আস্ফালন চলিছিল। তাঁতশালৰ সকলো বস্তু ভাঙি চিঙি কোনোৱে লণ্ড-ভণ্ড কৰাত লাগিল। কোনোৱে ক'লে—

"মাক টাং-টিঙেলি, জীয়েক সাত-ঘাটৰ চেঙেলি।" তাতে কোনোৱে ভেকাহি মাৰি দি ক'লে—

"থোৱা থোৱাহে। সাত-ঘাটৰ চেঙেলিক ৰাম্ভিটোৰ ভিতৰতে কোনে কেইবাৰ বিয়া কৰালে হিচাপে নাই।"

আন এজান আকৌ বিজ্ঞৰ দাৰ মাতি সিঁয়াৰিছে—

"হে. তইঁতেনো জান কিটো ? কাশিৰ ছবাল হৈ পৰশুইৰ গীত গায় ? আজিৰ দিনত, বিজ্ঞানৰ যুগত কোন তিৰোতাই কিমান বেছি মতা সলাব পাৰিছ, তাতহে আচল কৃতিত্ব।"

তাক শুনি ৰসিক দৰ্শকৰ বহুতে দাঁত উলিয়াই টেক্‌টেক্‌কৈ হাঁহিছে। কিছুমানে সুহুৰি, টিকি-ৰিকি দি এটা বীভৎস আমোদৰ কোলাহল সৃষ্টি কৰিছে। ছিঃ ছিঃ। কিযে কথাবাৰ মই লিখিব ধৰিছো। মোৰ ধমনীত এবা তেজ উঠিছে। দাদাদেব' মোৰ হাতত কঁপনি উঠিছে। এইবাৰ মই সত্যৰ অলপো অপলাপ নোহোৱাকৈ লিখিছো। ইয়াৰে যিবিলাক অশ্লীল কথা মাযে মোক বাদ দি কৈছিল, সেইবোৰ মোৰ এজনী কম বয়সীয়া বান্ধৱী অনুৰে কৈছে। ঘটনাৰ নাটকীয় ৰূপটো বে আৰু বিকট, আৰু বেছি নিৰ্লজ্জ তাক আৰু দোহাৰি লাভ নাই।

চাওঁক দাদা। মানুহে মানুহৰ ওপৰত কেনে জঘন্য আচৰণ কৰিব পাৰে। এইখিনিতে আৰু এটা সত্য গোপন কৰিলে মোৰ অন্যায় হ'ব। সেইটো হ'ল— কিছুমানে আমাৰ ঘৰটোকে ভাঙি পেলাবলৈ প্ৰস্তাৱ কৰিলে। তাতে গাঁওবুঢ়াৰ সক পুতেকেহে বাধা দান কৰাত যেনিবা কামটো নহ'ল। গাঁওবুঢ়াৰ এইজন ল'ৰা অতি অঘাইতং, তাক নিশ্চয় আপুনিও জানে। তাৰ জানো আমালৈ কি দয়া উপজিল সেইদিনা ? পঢ়াশালীত তাৰ ব্যৱহাৰত মুক্ত অতিষ্ঠ হৈ পৰিছিলোঁ। তাকে এদিন মই চৰ সোধাইছিলোঁ। সেইবোৰ বহুত কথা। পুৰণি ঘা খখালি আৰু বিষ সৃষ্টি কৰিব নোখোজো।

উ.। কি যে মৰ্মান্তিক দুখ। সেইদিনা মাই পলাবলৈও যে বাট বিচাৰি নোপোৱা হৈছিল। কেঁচুৰ দৰে কোঁচ মোচ খাই তেওঁ মোৰ বিছনাৰ তলাতে সন্তৰ আশ্ৰয় বিচাৰিব খুজিছিল। প্ৰাণৰ ভয়ত নহয় —নাৰীত্বৰ অপমান আৰু কলঙ্কৰ ভয়ত! তেওঁ মোক কৈছে যে

মানুহ আৰু বান্দৰৰ আচৰণত প্ৰভেদ নাই। প্ৰভেদ মাত্ৰ লাজ আৰু শিষ্টাচাৰত। কিন্তু মানুহে যেতিয়া সেই দুটা বস্তু পাহৰি যায় তেতিয়া সিহঁতে বান্দৰতকৈও হীন আচৰণ কৰিব পাৰে। স্ত্ৰী জাতিক উলঙ্গ কৰি ৰাজহুৱা ভাবে আমোদ-উৎসৱ পাতি অসৎ কৌতূহল চৰিতাৰ্থ কৰা কুৰুচি পশুৰ মাজত নাই। কিন্তু মানুহৰ হলে আছে। তাৰ নীচতম উদাহৰণ মহাভাৰতৰ দ্ৰৌপদীৰ বস্ত্ৰ হৰণ। মাৰ অভিজ্ঞতা আৰু আত্মচেতনাৰ ওচৰত মই অশেষ ঋণী। দৰিদ্ৰতাৰ আৱৰণটো একবাই পেলালে মা এতিয়াও সুদৰ্শনা নাৰী। বয়সৰ তুলাচনীত তেওঁ বুঢ়ী হোৱা নাই। দৰিদ্ৰ আৰু সংঘাতে তেওঁৰ কেঁচা দেহত অকাল বাৰ্দ্ধক্যৰ ৰং সানি দিছে। ৩৮ বছৰত পাশ্চাত্যৰ ফালে বহুতে ছোৱালীয়ে হৈ থাকে। ও মই আচল কথাৰ পৰা আঁতৰি আহিলোঁ। ক্ষমা কৰিব।

আন এটি কথা মই লগতে আপোনাক জনোৱাটো উচিত বুলি বিবেচনা কৰিলোঁ। সেইটো হ'ল ইয়াত চলা কিছুমান অন্যান্য অপ-প্ৰচাৰ।

মদন মিত্ৰ ইয়ালৈ আহিছিল। সি আহিও মাক বহুত কদৰ্থনা কৰি ভাবুকি দি গৈছে। তাৰ কথা হ'ল— মোক কু বুদ্ধি দি মায়ে লৈ আহিছিল আৰু আনৰ লগত পলুৱাই খেদাৰ মূলতে মা। এই কথাৰ লগতে যোগ দি গাঁওবুঢ়াৰ ঘৰখান প্ৰমাণ কৰিছে যে আপোনাৰ লগতে মই ৰাতা-ৰাতি গাঁওৰ পৰা পলাই গৈছোঁ। তেতিয়া মদন মিত্ৰই মাৰ পৰা ক্ষতিপূৰণ বিচাৰি বহুত আইন-আদালতৰ ভয় দেখুৱাইছে। এইবোৰ একো কথাৰে ভ্ৰু-ভটং নোপোৱা বুলি মাই খেদ কৰাত সিহঁতে প্ৰতিশোধ লব বুলি হুমকি দি গুচি যায়। এইবোৰ কথা এইখন গাঁওৰ এটি সামান্য গৰখীয়া শিশুৱেও জানে। কাৰোবাৰ বন্ধা চাকৰক সোধক, সিও ক'ব।

মনৰ তাঁৰণাত সমাজ জীৱনৰ এখনি ছবি অপৈণত হাতেৰে আঁকি আপোনাক দিলোঁ। দোষ-ত্ৰুটি ক্ষমা কৰিব। বুজিলোঁ আমাৰ দৰে প্ৰাণীৰ জীৱন কাউৰী-কুকুৰৰ দৰে। লোকৰ অৱজ্ঞা আৰু তাচ্ছিল্য

আমাৰ সম্পদ। অন্তৰত দুখ থাকিল যে আপোনাৰ দৰে মহৎ জীৱনৰ সৌন্দৰ্য্য আৰু সৌৰভখিনি আমাৰ পঙ্কিল জীৱনৰ আবৰ্জ্জনাৰে ম্লান আৰু দূষিত কৰিব লগা হ'ল। আজিলৈ বিশেষ নাই। যাৰ গা কিছু ভাল পাইছে। আপোনালৈ তেওঁৰ মৰম আৰু শ্ৰদ্ধা, স্নেহ আৰু আশীৰ্ব্বাদ জনাবলৈ কৈছে।

অশেষ শ্ৰদ্ধাৰে ইতি—

আপোনাৰ ভনী

"জোনালী"

বি. দ্ৰ.— আজি গাওঁবুঢ়াইতে জনাই দিছে যে এক সপ্তাহৰ ভিতৰত যদি টকা দুশ নাপায় তেন্তে আমাৰ ঘৰ-দুৱাৰ ভাঙি খেদি দিব।"

গাঁৱলীয়া সমাজৰ-বুৰঞ্জীৰ এটা অধ্যায় পঢ়িলোঁ। ৰজাবিহীন সমাজবাদী সমাজৰ এটা কৰুণ চিত্ৰ চকুৰ আগত ভাঁহি উঠিল। এজনী অনাশ্ৰিতা, বিধবা, এজন অৰক্ষিতা, অবলা গাভৰু। সিহঁতৰ ওপৰত কিমানখন জাল চাৰিওফালৰ পৰা পেলোৱা হৈছে। সভ্য সমাজৰ এই ভব্য-গব্য মানুহৰ ক'তজনে বিভিন্ন স্বাৰ্থ-প্ৰণোদিত হৈ এই হৰিণ চিকাৰত প্ৰবৃত্ত হৈছে। কোনোৱে ৰূপ, কোনোৱে ধন, কোনোৱে বা কামনাৰ পম খেদিছে, কোনোৱে চিত্ত, কোনোৱে বা চিত্ত হৰণৰ চেষ্টাত, কোনোৱে ঈৰ্ষাত, কোনোৱে বা স্পৰ্দ্ধাত, আভিজাত্যৰ ভেমত আৰু যাৰ অন্য কোনো স্বাৰ্থ নাই সেই সকলে বা কাৰো নীচ তোষামোদ নাইবা কু ৰুচিপূৰ্ণ আমোদ উপভোগত মজি আছে। মুঠতে উদাৰ বহল দৃষ্টিত চাব পৰা সৎ আৰু মহৎ ব্যক্তিৰ যেন একেবাৰেই অভাৱ হৈছে সমাজখনত। এক কোমল সহানুভূতি আৰু অব্যক্ত ব্যথাৰ বিলাপ-বিননি অন্তৰৰ গোপন কোণত ধীৰে ধীৰে গুমৰি উঠিছিল। তেনেতে বয়টো সোমাই আহিল।

"বাবু, ভাত দিছোঁ।"

ভাত কেইগৰাহমান খোৱা হ'ল। আলা আৰু মছলাৰ উৎপাতে

মুখ আৰু পেটত পোৰণি তুলিছিল। চিন্তা দুৰ্ভাৱনাৰ জ্বালা মনৰ মাজতো বাৰুকৈয়ে অনুভৱ কৰিছিলোঁ। কিন্তু কোনোটো কথাৰে প্ৰতিবাদ কৰিব পৰা নহ'ল।

[ ১২ ]

বীমা কোম্পানীৰ অফিচ। টকা পইচাৰ নীৰস হিচাপ-নিকাচ-বোৰৰ মাজত কোনো শান্তি পোৱা নাযায়। কিছুমানলোকৰ পলিচিৰ জমা ঠিকমতে নপৰা, মণি-অৰ্ডাৰৰ টকাবোৰ খেলিমেলি, কৈফিয়ৎ তলব কৰা, বিলম্বিত দোষৰ জৰিমনাৰ জাননী দিয়া আদি হিবি-জিৰি কামবোৰ কৰি কৰি আৰু বিৰক্তি লাগিছে। ইটো সিটো ফাইল ঘাটি ঘুকুটি টেবিলত দ'ম কৰিছোঁ। কিবা এখন কাগজ বিচাৰি উলিয়াব নোবাৰি কপালত ঘাম জমা হৈ উঠিছে। যেনেখন কিছু জোৰে চলাই দিয়া হ'ল। ওচৰতে থকা মেধিৰ টেবিলৰ কাগজ কেইখিলামান উফৰি গৈ তলত পৰিল।

"হেৰি পাঠক! বোলো কৰে কি?"

মেধিৰ ফালে চাই তালুকদাৰে সিখন টেবিলৰ পৰা মাত দিলে।

"কৰিব আৰু কি? পাঠক আজিকালি 'অন'তে থাকে। কিয় আপোনালোকে জানো নাজানে?"

কথা শুনি খোটালীটোৰ সকলোবোৰে হোঃ হোঃ কৰি হাঁহি দিলে। মিঃ গুপ্তই সেৰেঙা উজ্বলা দাঁত পাৰি আমুল বেকত খুব হাঁহিলে। আৰু আনন্দতে ওলোৱা চকুপানী ৰুমালেৰে মচি মচি ক'লে—

"এ ভয় নাকি? বোলো ব্যাপাৰটো কি?"

উৎসুক আৰু উৎকৰ্ণ আটাইবোৰ বন্ধু সহকৰ্মীৰ আমোদৰ মাত্ৰা আৰু কেই ডিগ্ৰীমান উন্নত কৰিবলৈ তালুকদাৰে আকৌ ক'লে—

"বোলো পূর্ব্বৰাগ, নৱৰাগ আদি চলিছে ।"

আকৌ গির্জ্জনি মাৰি হাঁহিৰ ৰোল তুলিলে। দুই এজনে টেবিলত চপৰিয়া'লে। কোনোৱে হাতৰ ফাইলটোকে দলিয়াই দি টেবিলত আৰামেৰে ভৰি দুখন তুলি দিলে। মিঃ গুপ্ত হাঁহি হাঁহি থৰ পৰিল।

এয়া কৰ্ম্মী সকলৰ নিৰ্দ্দোষ আমোদ, বিমল আনন্দ-বিনোদন। কৰ্ম্ম-ক্লান্ত জথৰ জীৱনত এটুপি গৰম চাহ আৰু অকণি নিৰ্ম্মল হাঁহি ধেমালি আমদানি এইখন ৰাজ্যত অতি আৱশ্যক। অইন সময় আৰু পৰিস্থিতি হ'লে ময়ো এই আমোদ-আনন্দৰ ভাগ লব পাৰিলোহেঁতেন। কিন্তু আজি কিয় জানো তাৰ ব্যতিক্ৰম ঘটিল। ৰগৰটো নিৰুদ্বেগ চিত্তে গ্ৰহণ কৰিবলৈ পৰিবেশ আৰু মানসিক অৱস্থা মোৰ অনুকূল নাছিল। সেই দেখিযে হঠাতে মোৰ কাণ দুখন অলপ ৰঙা হৈ পৰিছিল। তালুকদাৰৰ ফালে এবাৰ চাই ঈষৎ বিৰক্তি প্ৰকাশ কৰিছিলোঁ। কিন্তু যোনকালেই মনৰ ওপৰত বিবেকৰ অধিকাৰ স্থাপন কৰিলোঁ। এনেতে অফিচৰ পিয়নটোৱে দুখনো চিঠি দি গ'ল। এখন চুটি আৰু আনখন দীঘল খামত দিয়া। তালুকদাৰৰ ৰিপোৰ্ট সমৰ্থন কৰি মেধিয়ে তপ্‌কৈ ক'লে—

"চাওঁক, তালুকদাৰৰ কথা ঠিকেই। নহ'লেনো চুটি দীঘল খামত জাপ জাপ চিঠি কাৰ আহিছে ?"

আন এজনে ক'লে—"হওঁক, ঈৰ্ষা কৰিব নালাগে। নিজৰ নাই, বন্ধু-বান্ধৱৰে হওঁক, সেয়ে সুখ।"

হেওঁক সমৰ্থন কৰি আটায়ে শলাগিলে। এনেতে বিভাগীয় মেনেজাৰ অফিচলৈ সোমাই অহাত আমাৰ ব্যঙ্গ নাটিকাখনৰ যৱনিকা পৰিল। মনে মনে ময়ো এটি স্বস্তি বোধ কৰিলোঁ।

সেইদিনাখন অফিচ এঘণ্টা আগটেই ছুটী হৈছিল। অভূতপূৰ্ব্ব খেল প্ৰতিযোগিতাখন উপভোগ কৰাত সুবিধা দিয়াটোৱেই তাৰ কাৰণ আছিল। বন্ধুসকলে ঠেলি হেচি মোকো লৈ গৈছিল খেল চাবলৈ। মনৰ ভাগৰ পলাবলৈ এনে এটা সুবৰ্ণ সুযোগ ময়ো কামনা

কৰিযে আছিলোঁ। যথা সময়ত গৈ আমি ক্ৰীড়া মঞ্চৰ নিৰ্দ্দিষ্ট আসনত বহিলোঁ।

বিৰাট গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশত বেণ্ড্ বাজি উঠিল। খেলাকৰ দল লীলা চঞ্চল গতিত ৰং-বেৰঙৰ জাৰ্চি পিন্ধি প্ৰৱেশ কৰিলে। দৰ্শকৰ-অৰণ্যত যেন এছাতি উন্মাহৰ বতাহে কঁপনি তুলি হো হোৱণি শব্দ কৰিলে। খেল চাবলৈ কেন্দ্ৰীয় মন্ত্ৰী এজনো আহিছিল। প্ৰথমে আষ্ট্ৰেলিয়ান দলৰ কেপ্টেইন আৰু পাচত অসমৰ শ্ৰেষ্ঠ তাৰকা একাদশৰ কেপ্টেইনক তেওঁ কৰমৰ্দ্দন কৰিলে। অসমৰ মন্ত্ৰী আৰু বিধান সভাৰ সদস্য কেইবা গৰাকীও উপস্থিত আছিল। খেল আৰম্ভ হ'ল।

সুন্দৰ আৰু উন্নত মানৰ বিশিষ্ট খেল এখন হৈছিল। হৈ-চৈ চিঞৰ-বাখৰ, আবেগ-উত্তেজনা সঘনে চলিছে। মাজে মাজে দৰ্শকৰ মাজত ঠেলা-হেঁচা হুলস্থুল আনকি মাৰ-পিট্ পৰ্য্যন্ত চলিছে। শান্তিৰক্ষক আৰু স্বেচ্ছাসেৱক বাহিনীয়ে তৎপৰতাৰে কৰ্তব্য কৰিছে। এক চোকণ্ড সময়ো যেন বল আৰু খেলুৱৈৰ পৰা চকু ঘূৰাব নোৱাৰি। এনে নিবিড় ব্যস্তভাব, এনে সঘন আৱেগ উত্তেজনাৰ অনুভূতি সঁচাকৈয়ে দুৰ্ল্লভ। এই আনন্দ, এই উচ্ছ্বাস বাস্তৱতে সংসাৰ-চিন্তা ব্যাধিৰ প্ৰতিশেধক। দেখাত এটা চামৰাৰ বল লঠিওৱা খেলা হ'লেও এই ক্ৰীড়ামোদৰ মাদকতাৰ জীৱনত প্ৰয়োজন আছে। এৰা জীৱন মানেইতো ক্ৰীড়া-চঞ্চল গতিশীল অৱস্থা। আপোন পাহৰি অনেক পৰ খেলকে চাইছো। এনেতে এটি গল হ'ল। উহ্! কিযে উত্ৰাৱল আনন্দৰ হেন্দোলনি! কিযে অধীৰ মুহূৰ্ত্ত! কিমান বৰটোপ্, কিমান ফট্‌কা ফুটিল, কত ৰুমাল, কত বেলুন আকাশত উৰিল! লগে লগে প্ৰথমাৰ্দ্ধৰ বিৰতিৰ হুইচেল বাজিল।

আকৌ কিছুবেলি উছলি-মুছলি অস্থিৰ অৱস্থা। পুনৰ খেল আৰম্ভ হ'ল।

"তামোল এখনকে খাওঁক।"

আমাৰ পাচফালে বহা ডেকাই কাগজৰ টোপোলা এটা আগবঢ়াই দিলে। ঘূৰি চাই এটি কৃতজ্ঞতাৰ পাতল হাঁহি মাৰিলোঁ। তামোল এখন মুখত ভৰালোঁ। ডেকা বেষ্টত কাম কৰে। বন্ধু। টোপোলাটো ঘূৰাই দিওঁতে তেওঁ মোৰ ওপৰ জেপটোলৈ চকু কৰিছিল। মুখেৰে একো নকলে। তেতিয়াহে মোৰ মনত পৰিল যে অফিচত পোৱা চিঠি দুখন পঢ়িবলৈ আজিৰিকে পোৱা নাই।

চিঠি। এখন চিঠি নিশ্চয় জোনালীৰ। দীঘল খামত পৰিচিত আখৰৰ শিৰোনামাই সেই প্ৰত্যয় মোৰ মনলৈ আনিছিল। কিন্তু দ্বিতীয়খন কাৰ? যাৰেই নহওক বাদ সেইখন। দীঘল চিঠিখনৰ কথাইহে মনত বৰকৈ খুন্দিয়া-খুন্দি কৰিছে। জোনালীয়ে যেন বুকুত থকা খামটোৰ ভিতৰৰ পৰা কব ধৰিছে—“শুনক মোৰ কথা, চাওক এয়া কিমান কাণ্ড ঘটিছে ইয়াত। আৰু কত ।” মনটো উচ্‌পিচাই উঠিছিল এবাৰ। ইমান ডাঙৰ হাঁহি-আনন্দৰ মহামেলা এখনৰ পৰাও মনটো যেন লৰমাৰি গৈ জোনালীহঁতৰ ওচৰ পাইছিল। সেই নিৰানন্দ মুখখনি, শেঁতা চকুযুৰি সমুখত ভাঁহি উঠিল। সেই ৰুগ্না নাৰীৰ নিথৰ দেহটি, হতাশ চাৱনি আৰু কুটিল পৰিবেশৰ নিজম ভীতিপ্ৰদ ছবি জিলিকি উঠিল।

বলটো এবাৰ খুব জোৰে ওপৰলৈ উঠিল। মাটিত পৰিবলৈ নৌ পাওঁতেই সিটো দলৰ এজনে ওলোটাকৈ প্ৰচণ্ড কিক্ কৰিলে। বন্দুকৰ গুলীৰ দৰে বল উভটি আহিল। বাঃ বাঃ ব্ৰেভো ব্ৰেভো, উল্লাস ধ্বনি গগণ আন্দোলিত হ'ল।

কিছুমান লোকৰ জীৱনো এই বলটিৰ দৰে খেলাৰ সামগ্ৰী। আত্মতুষ্টিৰ বাবে কোনোৱে সেই জীবনত আঘাত কৰে। অস্থিৰ জীৱন আশ্ৰয়হীন বলটোৰ দৰে বাগৰি গৈ হয়তো অন্য কাৰোবাৰ হাতত পৰে। তাতো প্ৰচণ্ড প্ৰতিঘাত পাই উভটি আহিব লগা হয়গৈ। এইদৰে সমাজত ইজনে সিজনে, বহুজনেই একেটি জীৱনক লৈ খেলা কৰে, ক্ৰীড়ামোদ কৰে। নিৰ্জীৱ বলটিৰ সুখ-দুখ, আঘাত-প্ৰতিঘাটৰ

প্রতি নভবাৰ দাৰে সেই হুৰ্ভগীয়া জীবনৰ প্ৰতিও সমাজৰ খেলুৱৈ উদাসীন থাকে। দৰ্শক মণ্ডলীয়ে একেদৰে সেই মানুহক লৈ কৰা খেল চাই আমোদ কৰে, আনন্দ পায় আৰু নানা মন্তব্য দিয়ে।

সোনালী আৰু চন্দ্ৰবীৰ জীবন আজি সমাজৰ দুটা বল। এটা নতুন আৰু এটা অলপ পুৰণি। সিহঁতক কেন্দ্ৰ কৰিয়ে কোনোৱে 'চেম্পিয়নশ্বিপ' লাভ কৰাৰ সপোন দেখিছে। কোনোৱে অৰ্থ লাভৰ পথ দেখিছে। আঘাত-প্ৰতিআঘাত সহি মাটিত বাগৰি চুঁচৰি এই চামৰাৰ বল এদিন ফাটি যাব। সমাজৰ অত্যাচাৰত কেঁচা শৰীৰো এদিন উৰঁলি যাব। খেলুৱৈৰ দৰে হয়তো সমাজেও আকৌ নতুন বল বিচাৰি পাব। উহ্! কি যে সংসাৰ খেলা! কি যে ক্ৰীড়া-মঞ্চ সেইখন!!

ভাবি ভাবি একেবাৰে তন্ময় হৈ পৰিছিলোঁ। কেতিয়া যে খেলাৰ শেষ হুইচেল পৰিল নুশুনিলোঁ। সকলো ফালে উঠা-উঠি লাগি এটা ভীষণ কোলাহল হোৱাতহে গম পালোঁ। খেলাৰ ফলাফল বাৰু কি হ'ল? নিজৰ মনতে প্ৰশ্ন কৰিলোঁ। কিন্তু আনক সেই কথা মুখ ফুটাই সুধিবলৈ সাহস নহ'ল। বৰ লাজ লাগিছিল। অৱশ্যে মোকো যে সেই বিষয়ে কোনেও সুধি লাজত নেপেলায় তাক জানো। কিন্তু বাহিৰত গ'লে কোনো আন লোকেওতো মোক কথাটো সুধিব পাৰে। এনেতে মেধিৰ মুখৰ আলোচনাৰ পৰা জানিলোঁ যে— শেষত সেই 'পেনাল্টি কিক্'টো নোপোৱা হ'লে 'অসম শ্ৰেষ্ঠ তাৰকা একাদশক' অষ্ট্ৰেলিয়ান দলে হৰুৱাব নোৱাৰিলেহেঁতেন। ভুঞাই উত্তৰত কৈছিল —সেইটো অসমৰে দুৰ্ভাগ্য। তালুকদাৰে তাতেই যোগ দি ক'লে তথাপি অসমৰ খেল চমকপ্ৰদ ভাবে সুন্দৰ হৈছে। অভিমন্যু ৰণত পৰিও অমৰ বীৰত্বকীৰ্ত্তি ৰাখি গ'ল। বিদেশী দ'লটোৰ প্ৰতি ৰেফাৰীয়ে অলপ পক্ষপাত কাম কৰিছে। আৰু পেনাল্টি কিকত গ'ল— সি একো কৃতিত্বৰ কথা নহয়।

মোৰ মনত খেলালে— সামাজিক ঘটনাৰ ক্ষেত্ৰতো বহুত বিচাৰকে

এইদৰে পক্ষপাত ৰায় দিয়ে। আৰু আনেক ন্যায় আৰু সংগত থাকিও দুৰ্নীতি পৰায়ণ লোকৰ হাতত 'পেনাল্টি কিকত'ত গ'ল খাই পৰাজয় বৰণ কৰিবলগীয়া হয়।

পাঁচ-আজি চ'কৰ পৰা আমি ভঙা-ভাঙি হবলগীয়া হলোঁ। বন্ধু-বৰ্গক বিদায় সম্ভাষণ জনাই মই হোটেলৰ ফালে খোজ ললোঁ। বহুত সময় হুলস্থুলৰ মাজত উত্তপ্ত পৰিবেশত নিঃসাৰ দি থকাৰ পাছত অবশেষত মুকলি মনে খোজ কাঢ়ি ভাল লাগিছিল।

হোটেল পায়ে হাত-মুখ ধুই চিঠি পঢ়াত লাগিলোঁ। প্ৰথমে সেই সৰু চিঠিখনকে খুলি ললোঁ। সৰু কৌতূহলটো আগতে নিৰসণ কৰি লওঁ। আচৰিত চিঠিখন মোলৈ দিয়া নহয়। কোনোবাৰে দেউতালৈ লিখিছে। তেন্তে কোনেও মোলৈ আহিল। তলত থকা নামটো মাত্ৰি চালোঁ। লিখা আছে—

আপোনাৰ অতীত বন্ধু
গগণ ভঞা।

মনৰ কৌতূহল আৰু বাঢ়িল। নিমিষতে এক অদ্ভুত আনন্দ আৰু দ্বিধা, বিস্ময় আৰু বিমৰ্ষৰ সান-মিহলি ভাব খেলি গল। চিঠিখন পঢ়ি গ'লোঁ—

প্ৰিয় ভোলা বাবু!

চিঠি টুকুৰা পালোঁ। কিন্তু সি ঘৰ পোৰা আঙঠাত পানী ছটিওৱাৰ দৰে। অৱশ্যে সি মনৰ তাপ উষ্ম কমোৱাত কিছু সহায় কৰিছে। কিছু লগে লগে ধোঁৱা আৰু বাষ্প উঠাটোও স্বাভাৱিক।

আপোনাৰ লগত মোৰ সম্বন্ধ আজিৰ নহয়। বাল্যকালৰ পৰাই আপুনি মোৰ বন্ধু। অথচ মোৰ মান অপমানৰ কথাটোও আপুনি এবাৰ ভাবি নাচালে। ইমান দিনৰ পুৰণি বন্ধুত্ব আপুনি এটুকুৰা চিঠিৰেই যেন মোহাৰি পেলালে। আপোনাৰ লগত বৈবাহিক সম্বন্ধ ঘটিব বুলি আমাৰ ইয়াত প্ৰায় সকলোৱে জানে। বিশেষকৈ

আঙঠি পিন্ধোৱা দিনৰ কথাটো একেবাৰে ৰজন্‌জনাই গৈছিল। কিন্তু আপুনি এয়া কি কৰিলে? মই বাৰু এতিয়া নাকটো ক'ত লুকাওঁ? যদি আপুনি মোৰ লগত সম্বন্ধই পাতিব নোৱাৰে তেন্তে এইখন ভাওনা কিয় পাতিছিল? ই মোৰ, মোৰ ছোৱালীৰ আৰু গোটেই পৰিয়ালটোৰ প্ৰতি এটা অপমান নহয়নে?

আপুনি লিখিছে—বিয়া নহ'ল, ল'ৰাৰ ওপৰত আপুনি অধিকাৰ হেৰুৱাইছে আৰু মই তাৰ বাবে ক্ষমা কৰিব লাগে। কিন্তু চাওঁক ভোলা বাবু! নিজৰ ল'ৰাৰ ওপৰত যদি আপোনাৰ অধিকাৰেই নাই তেন্তে বাপেকটো হৈ আপুনি দিন ঠিক কৰিবলৈ আহিছিল কিয়? অন্ততঃ ভাল বাপেকে মহৎ পুত্ৰৰ আজ্ঞা আগত লৈ অহাটো একো দোষৰ কথা নহ'লহেঁতেন। আৰু ক্ষমা! ইয়াত ক্ষমাৰ প্ৰশ্ন একো নাই। যি হবৰ আছিল সিও হ'লেই। মনে পতা ঘৰ এখন ভাঙিল বা পুৰিল। আকৌ নতুন ঘৰ সাজিব লাগিব। অতীত সুঁৱৰি আৰু মিছাই কষ্ট কৰোঁ কিয়? "গতস্য শোচনা নাস্তি।" অদৃষ্টত যাৰ যি আছে অন্তত সেয়েহে হব। মোৰ কবিতাৰ কাৰণে ঈশ্বৰে পাত্ৰ এটি থৈছে ক'ৰবাত। ধন্যবাদ—

ইতি—

আপোনাৰ অতীত বন্ধু

গগণ ভূঞা।

কবিতা! কবিতা!! কবিতা!!! এই কবিতা তেন্তে জ্যোৎস্নাৰ ঘৰত মতা নাম। আঃ! কি চমৎকাৰ অনুভূতি জগাব পাৰে নামটোৱে। চকুত কবিতা, মাতত কবিতা, কবিত্বময়ী নাতি-দীৰ্ঘ অবয়ব, সঁচাকৈয়ে এটি কবিতা-কুঁৱৰীহে যেন হাস্য-লাস্য গমনত বিশ্ব-প্ৰকৃতি-কুঞ্জ বিহৰণ কৰি ফুৰিছে!

সেই কবিতাৰ অপমান। অপমান কবিতাৰ জনকৰ। সেয়ে জানো? কবিতাক আদৰি আনি নতুনকৈ থাপনা কৰিব খোজা মোৰ পিতৃও অপমানিত, লাঞ্ছিত! আৰু সেই দেখিয়ে আজি লাঞ্ছিত

মই। নিন্দা, গ্লানি, অপমান-গঞ্জনাৰ মহাভাৰ মোৰ মূৰতেহে আচলতে সকলোৱে জাপি দিয়া উচিত। মই পিতৃক অপমান কৰিছোঁ, অমৰ্য্যাদা কৰিছোঁ কৰিতাৰ পৱিত্ৰ নামৰ আৰু তাইৰ পৰিয়ালৰ গৌৰৱত মায়ু অকণ কালিমা ঘঁহি দিলোঁ। মোৰ বাবেই আটাইবোৰে দুখিত আৰু লজ্জিত হৈছে। কিন্তু তেওঁলোকে কোনেও নাজানে যে সেই কৰিতা মোৰ কাৰণে ৰচিত হোৱা নাই। সেই অনাঘ্ৰাতা কবিতা-কুসুম, বিধাতাৰ শুভ্ৰ আশীৰ্ব্বাদ। এই পুষ্প মালা ধাৰণ কৰি শোভিত হোৱাৰ যোগ্যতা হয়তো মোৰ এইটা ডিঙিৰ নাই। এৰা গছঁ কাপো ফলৰ বাহক নহয়।

দেউতাই চিঠিখনি মেলৈ পঠাই দিছে। তাৰ অৰ্থ হ'ল যি ঘটিছে সেই সকলো মোৰ কৃতকৰ্মৰ ফল। গতিকে তাত আখৰ এটিও সংযোগ নকৰাকৈ তেওঁ নিৰ্লিপ্ত হৈ আছে। শিৰোনামাৰ আখৰ কেইটিও দেউতাই লিখা নাই। তেওঁৰ আখৰ মই চিনো। এয়া আনন্দ দ্বাৰাই লিখোৱা হৈছে। এটি হতাশাৰ দীৰ্ঘ নিশ্বাস বৈ গ'ল। বিমৰ্ষভাৱে চিঠিখন ভাজ কৰি লেফাফাটোত আকৌ ভৰাই থলোঁ। এবাৰ দ্বিতীয়খন চিঠি হাতত ললোঁ।

জোনালীৰ হাতৰ চিঠি। একেগটী বিজ্ঞাপন লিখনি। একোলৰ পৰা পঢ়ি গ'লোঁ—

অসীম দা,

অকপট শ্ৰদ্ধা জনালোঁ। কালি চিঠিখন পঠাই আজি আকৌ এখনি লিখিবলৈ ললোঁ। আশা কৰোঁ আমাৰ এই শ্ৰদ্ধা গ্ৰহণ কৰিব আৰু অনিচ্ছাকৃত আমনিৰ বাবে ক্ষমা কৰিব।

এতিয়া ৰাতি দুই বাজিছে। মা পুনৰ ৰোগশয্যাত নিঃসাৰে পৰি আছে। অন্ধকাৰ আৰু নিস্তব্ধতাই পৃথিৱী গ্ৰাস কৰিছে। নৰ-নাৰী, পশু-পক্ষী সকলোৱে নিদ্ৰাদেৱীৰ শান্তিময়ী কোলাত আশ্ৰয় লৈছে। কিন্তু মোৰ বাবে আজি সেই কণ শান্তিও নাই। ভীতি, আশঙ্কা আৰু কতবোৰ বিভীষিকা চকুৰ আগত আহি তাণ্ডৱ নৃত্য কৰিব

লাগিছে। বুকুখনি চকিত চমকি, কঁপি কঁপি যেন প্রতি মুহূৰ্ত্তে ফৈচা পৰি যাব খোজে।

আজি ৰাতিপুৱাৰ কথা। মাই ক'লে যে গাঁওবুঢ়াৰ হাতত থকা সোণৰ গহনাখিনি লৈ আহিব লাগে। অলঙ্কাৰ বুলিবলৈ যাৰ এজোৰ সোণৰ বালা, দুটা কাণফুল আৰু এটা আঙঠি আছিল— তাৰে আঙঠিটো আৰু কাণফুল এটা মোৰ কাৰণে পঢ়া খৰচত ভগন হৈছিল। বাকী কাণফুল এটা আৰু বালাজোৰ এতিয়া আনি তাৰে কিবা বিক্ৰি কৰি অন্তত. মাটিৰ ধাৰ দুশ টকাকেই পৰিশোধ কৰা হওক— এয়ে মাৰ অভিপ্ৰায়।

এই কামত মই যোৱাটো সমীচীন নহয়। গতিকে মাই নিজে গৈ কথাটো গাঁওবুঢ়াক ক'লে। কিন্তু কি আচৰিত, মাক যে তেওঁ ধৰি নামাৰিলে ইমানেই। তেওঁ ক'লে যে আমাৰ কোনো ধন-অলঙ্কাৰ তেওঁৰ হাতত নাই। যি আছিল তাক কোনোবা কাহানিয়ে দি দিছে। আৰু ক'লে যে মাটিৰ টকা দিব লাগিব বুলিহে আমি এইবোৰ মিছা কলঙ্ক দিব খুজিছো। এইবোৰ আমি মা জীয়ে লগ হৈ কৰা নীচক উদ্ভাৱনা। গতিকে তেওঁ মাক ঘৰৰপৰা বাহিৰ কৰি দি ক'লে যে সেই-বোৰ টেৰি-মেৰি জাল জুৱাচুৰিৰে কাম নিসিজিব। সপ্তাহটোৰ আগত পইচা নিদিলে যে কথা গুৰুতৰ তাক তেওঁ পুনৰ সোঁৱৰাই দিলে।

মাৰ মুখৰ মাত হেৰাই গৈছিল। চকুৰে বুৰলী-কুৰলী দেখিছিল। বুকুৰ ভিতৰত কি বেদনা অনুভৱ হৈছিল তাক আনে ভাষাৰে আজি বুজাব নোৱাৰে। এই জঘন্য প্ৰতাৰণা আৰু পৈশাচিক চৰিত্ৰৰ সন্মুখত মাই একো প্ৰতিবাদৰ ভাষা বিচাৰি নাপালে। চকুদুটা তেওঁৰ ৰবকৈ জ্বলি উঠিছিল। ওঁঠ দুটা নিঃসহায ভাবে কঁপিছিল। আৰ্ত্তকণ্ঠে চিৎকাৰ কৰা এইকেইটা শব্দ মযো শুনিছিলোঁ।

"মিছা, প্ৰতাৰণা, পাপ, মহাপাপ। ধৰ্ম্ম, ধৰ্ম্ম কি নাই জগতত? ঈশ্বৰ ক'ত? ইয়াৰ বিচাৰ হ'বই হ'ব। ৰক্ষা নাই, বাঁৰী-বিধৱাৰ ধন খাই ইহকাল পৰকাল নিস্তাৰ নাই।"

একে উশাহতেই কথাবোৰ বকি বকি মাই সিহঁতৰ নঙলা পাৰ হৈ আহিছিল। কাণেৰো কোনো ভ্ৰূক্ষেপ নাই। তেওঁৰ সৰ্ব্বশৰীৰত বিদ্ৰোহৰ জুই জ্বলিছিল। মই আগবাঢ়ি গৈছিলোঁ। মনতে শঙ্কা হৈছিল বেমাৰী মা, কিজানি ক'ৰবাত পৰিয়ে যায়গৈ। পিছত ঘটনা গৈ বিষমহে হ'ল। সেই একেকোবে আহি মা যেই বিছনাত পৰিল আৰু উঠা নাই। তীব্ৰকঁপ জ্বৰ আহিছিল দুপৰীয়া। বিমান যে কথা বকিছিল তেওঁ। বহুত কথা। আশৈশৱ ঘটা অনেক ঘটনা আৰু জীৱনত পোৱা নানা দুখ-প্ৰৱঞ্চনাৰ কথা। শুনি শুনি মোৰ মূৰ গৰম হৈ উঠিছিল। মই যেন একেবাৰে পাগলী হৈ যাম। ক'লৈ যাওঁ, কি কৰোঁ লাগিছিল। জীৱনৰ দুখ বোজা আৰু যেন কান্ধ পাতি বব নোৱাৰোঁ।

বিচলিতভাৱে চকুপানীবোৰ মচি মচি নঙলা পাৰ হৈ গৈছিলোঁ। তেনতে সেই ফালৰপৰা আহিছিল বিৰঙ্গ নাথ গাঁওবুঢ়াৰ সেই অঘাইটং পুত্ৰ। বিৰিঙটি বুলিয়ে যাক ইয়াত সকলোৱে জানে। সহানুভূতিৰে সি কথা সুধিছিল। প্ৰায় নিৰ্লিপ্ত আৰু নিৰুৎকণ্ঠাৰেই মায়ো কৈছিলোঁ মাৰ অসুখৰ কথা। ঘৰলৈ নগৈ বিৰঙ্গ পুনৰ আহা বাটেৰে ঘূৰি গ'ল। দুখ নকৰিবলৈ সি মোক আশ্বাস দি গ'ল।

অপ্ৰত্যাশিত মৰম আৰু সহানুভূতিও কেতিয়াবা অনিশ্চিত জনৰ পৰা কৰিব লগা হয়। বিৰঙ্গই ডাক্তৰ ডেকাক লৈ আহিছিল। ঔষধ পথ্যাদিৰ ব্যৱস্থা দি যোৱাৰ পাছত ডাক্তৰৰ মাননী ফেৰা মই পিছত দিম বুলিয়ে ক'বলৈ খুজিছিলোঁ, কিন্তু বিৰঙ্গই মোক কোৱাৰ সুযোগ নিদি নিজৰ জেপৰপৰা দহটকীয়া নোট এখন উলিয়াই দিলে। লগতে সি মোক দুই চাৰিটা উপদেশ দি গুলাই গ'ল। আচৰিত হৈছিলোঁ বিৰঙ্গৰ স্বভাৱৰ পৰিবৰ্তন দেখি। মনে মনে লাজ পাইছিলোঁ এই কথা ভাবি যে এই ডেকাজনক এদিন মই ক্ষমা কৰিবলৈ অক্ষম হৈছিলোঁ। বুজনি নমনা যৌৱনৰ ঔদ্ধত্যক মই হয়তো আৰু অলপ সহনশীলতাৰে গ্ৰহণ কৰিব

লাগিছিল। এসময়ত গৌৰৱৰ কথা বুলি ভবা কামটো আজিৰ এই পৰিস্থিতিত কেৱল নিষ্ফল স্পৰ্দ্ধা যেন হে প্ৰতীয়মান হৈছে। তথাপি বিৰঙ্গৰপৰা মই কোনো দান বা পুতৌ গ্ৰহণ কৰিবলৈ প্ৰস্তুত নাছিলোঁ। প্ৰতিকূল পৰিস্থিতিৰ যেৱন অপ্ৰস্তুত অৱস্থাত পেলাই মোক এইদৰে কিয় নচুৱাইছিল তাকেহে ভাবিছিলোঁ। সকলো যেন কিবা অবুজ ৰহস্য, কিবা দুৰ্বোধ্য প্ৰহেলিক যেন লাগিছিল।

নিশা প্ৰায় সাৰে ন বজাত বিৰঙ্গ আৰো আহিল। মাৰ অসুখৰ বৃত্ত লবলৈ আহিছিল। ওচৰৰ চকী এখনত বহিছিল। কিবা কিবি কথা সুধিছিল সি। আপোনাৰ কথাও সুধিছিল। মানুহে কৰা জনৰব বা অপ-প্ৰচাৰবোৰৰ কিবা ভিত্তি আছেনে সি সামদ বিচাৰিব খোজে। সেইবোৰ কথা আলোচনা কৰাৰ বাবে কাল পাত্ৰ আৰু পৰিবেশ সেইটো নাছিল। মাই তেতিয়াও প্ৰায় অচৈতন্য অৱস্থাতে থকা যেন লাগে। মাজে মাজে খাবলৈ পানী বিচাৰে আৰু ধৰ্ফৰ্ চটফট কৰে।

বিৰঙ্গই কেইবাবাৰো মোৰ ফালে চাইছিল অৰ্থপূৰ্ণ আছিল সেই চাৱনি। অলপ পিছতে সি যাবলৈ উঠিল। প্ৰায় দুৱাৰ মুখলৈ ওলাই আহি সি কিবা এটা কথা কবলৈ পাহৰি গ'ল বুলি মোক মাতিলে। সিটো কোঠাৰ দুৱাৰদলিলৈকে মযো আগবাঢ়ি গ'লো। ইটো কোঠাত মোৰ বিছনাখনত মা শুই আছিল। ওচৰ পোৱাৰ লগে লগেই বিৰঙ্গই মোৰ হাতখন আলফুলকৈ ধৰি ক'লে,—

"ক জোনালী, তোমো তই মোৰ ওপৰত এতিয়া কোনো খং কৰা নাই ?"

"কিহৰ খং ? কিয়ে অমঙ্গলীয়া কথাবোৰ তই কৰ।"

মই হাতখন এৰুৱাবৰ চেষ্টা কৰি কৰিয়ে ক'লোঁ। সি কিন্তু আৰু জোৰেৰে হাতখন খামুচি ধৰি ক'লে—

"তেন্তে ক, মোৰ এটা কথা তই ৰাখিবিনে ?"

মই অলপ বিৰক্তিৰে ক'লো—

"চাওঁ এখি দেচান। একর কিয়মো বাৰু তোৰ কথাটো।"

সি টিপ-বাত্তিটো জ্বলাই মোৰ মুখত পেলাই দিলে। জেপৰ পৰা এজাপ নোট উলিয়ালে। আৰু এটা পাতল হাঁহি মাৰি ক'লে—

"মই তোক লাভ কৰিব খোজো। মানে তোক মই যদি বিয়া কৰোঁ তেন্তে তই সন্মত হবি? হু এযা মোৰ উপহাৰ।"

লগে লগেই সি নোটখিনি মোৰ হাতত গুজি দিলে। মই টানকৈ হাতৰ মুঠি মাৰিলোঁ। তাৰ কথা আৰু কামৰ জোৰেৰে প্ৰতিবাদ কৰি ক'লোঁ—

"মই সেইবোৰ একো ক'ব নোৱাৰোঁ। মোক অৰ্থলোভ নেদেখুৱাবি। বিৰঙ্গ! তোক মই আবৌ কৰিছো। মোৰ হাত এৰ! উহ্ বৰ দুখ পাইছো।"

কিন্তু মেৰাই ধৰা ভুজঙ্গৰ দৰে সি মোক একেবাৰে আকৰ্ষণ কৰি-ৰখিলে। নিৰুপায় হৈ মই চিঞৰিবলৈ বাধ্য হ'লোঁ। কিন্তু এখনেৰে বজ্ৰমুঠি ধৰি সি মুহূৰ্ত্ততে মোৰ মুখত আনখন হাতেৰে সোঁপা দিলে। "ওঁ—আ" এটা শব্দত বাহিৰে আৰু একো মাত নোলাল। দুৱাৰখন খুলি হয়তো সি মোক বাহিৰলৈ টানি লৈ গ'লহেঁতেন। ভাগ্যে সেই মুহূৰ্ত্ততে কোনোবা আহি চোতালত গল খেকাৰি মাৰিলে।

"জোনালী! অ' জোনালী!!"

বিষ্ণুদূত অহাৰ দৰে গাঁওবুঢ়াৰ এই মাত শুনি যমদূতে যেনিবা মোক এৰি দিলে। বিৰঙ্গই দুৱাৰ খুলি তৎক্ষণাত ওলাই গ'ল। সৰ্পৰ মুখৰপৰা মুকলি হোৱা ভেঁকুলীৰ দৰে মোৰ গা তৰ্ তৰ্ কৰিছিল। ইটো উশাহৰপৰা সিটো উশাহ লগ নোপোৱা হৈছিলোঁ। বিৰঙ্গ যোৱাৰ লগে লগে গাঁওবুঢ়া আহি দুৱাৰ মুখ পাইছিল।

"বোলো জোনালী। নামাত কিয়?

বুঢ়াৰ প্ৰশ্নৰ মই একো উত্তৰ দিব পৰা নাই। বিধাতাৰ নিষ্ঠুৰ বিধানত মোৰ অন্তৰ ভাগি গৈছিল। মাতৃ হেৰোৱা হৰিণ-শিশুৰ দৰে

মোৰ মাংস আজি শিয়াল-কুকুৰৰ ভক্ষ্য হৈ পৰিছে। বাহিৰত ৰহিবলৈ দিবলৈ একো নাছিল দেখি বুঢাক ভিতৰলৈ মাতিলোঁ।

"জেঠাইদেউ। ভিতৰলৈ আহিব নেকি?"

"এবাতো। শুনিলোঁ মাৰৰ বৰ টান। বোলো খবৰটিকে লৈ যাওঁ।"

গাঁওবুঢা ভিতৰলৈ আহিল আৰু মাৰ ঔষধৰ টেবিলৰ ওচৰতে বহিল। তেওঁ মোক সুধিলে—

"ইমান কান্দিছ কিয় আইজনী? ছেঃ নাপায় মহয়। অ', এতিয়া সেইজন কোন মানুহ ওলাই গ'ল অ'?"

"বিৰঙ্গ।"

"হো। বিৰঙ্গ?"

'হো। বিৰঙ্গ? সিদিনা দিনতো ডাক্তৰ বিচাৰি আনিছিল বোলে? তেন্তে সি আজি ইযাতে দিনটো- বাৰু, বাৰু। সেইটো একো কথা হোৱা নাই। পাছে ডাক্তৰে কি ঔষধ দিছে?"

"সেইবোৰ টেবিলতে আছে।"

মই নিদিলে নহয় দেখিহে দুই এটা উত্তৰ দিছো। মুঠতে ক'বলৈ গ'লে কোনোকালে নহা এই আচৰিত ধাতুৰ লোকজন আজি কিয় যে কি ভাবি ইয়ালৈ আহিছে তাকে ভাবি মোৰ জীৱ কম্পমান হৈছে। জীৱনত কাকো হিত-উপদেশ দিয়া বা অকণ সাহায্য আগবঢোৱা কথা এই পুৰুষৰ কোষ্ঠীত লিখা নাছিল। ঠগ ফাকি, প্ৰৱঞ্চনা, হিংসা আৰু অসৎ উপায়েৰে অৰ্থ লাভ কৰাই এওঁৰ জীৱনৰ মুখ্য ধৰ্ম। বিশেষকৈ আজি পুৱাৰ ঘটনাৰ পাছত তেওঁ যে কেনেকৈ ইয়ালৈ আহিব পাৰে তাকে ভাবি ভাবি মোৰ বিস্ময়ৰ সীমা নাছিল। গতিকে মোৰ বিপদতে আৰু কিবা বিপদ-বিঘাত মিলাব পাৰে বুলি পৰম শঙ্কিত হৈ পৰিছিলোঁ।

সেইবোৰ থাওক বাৰু। বুঢাই মাক কেইবাবাৰো মাতিলে। মাৰ প্ৰায় হুচেই নাই। মাত্ৰ এনেয়ে একোবাৰ ৰাম-হৰি কৰি যাগৰ সলায়। বুঢাই সুধিলে—

"হেৰ। পুৰা তোৰ মাৰই কিবা কৈছিল নেকি অ?"

"এনে। কোবা নাই। কি বা?"

বুঢ়াই িবা ক'বলৈ গৈ থপ্ কৰি কথা সলনি কৰি আকৌ ক'লে—

"এঃ নাই নাই। এনেয় সুধিলোঁ। অবাঃ ।'

বিছুবেলি মূৰটো খজুৱাই আকৌ আৰম্ভ কৰিলে—

"ওঁ অবাঃ তই তেতিয়া কেঁচুৱা মুখত হাঁহিটি ওলাইছিলাহ নেকি? মাৰই মোৰ হাততেই গহণা অ প থৈছিল। মযো ভাবিলোঁ— পানীত পৰা লোক— খেৰকুটা ডালকে আশ্ৰয় বুলি ধৰিছে যেতিয়া এখা য'ওপ দিস্তুখিনি। সেইবো বস্তু বণা, লোক আৰু বেছি নকওঁ। মঠত মাৰই কিবা ভ্ৰম হয় মোক সেইলৈ গৈছে। বাৰু তাই ভাল হৈ উঠক আমি সেইবাৰ বৃক্ষা পৰা কৰিব নাৰিন।'

মই এক থাৰ বুঢ়াৰ ভাব-ভঙ্গি আৰু বথ কোবাৰ প্ৰকৃতিলৈ লক্ষ্য কৰিছিলোঁ। খ আৰু ঘৃণাত মনটো কিবা লাগি গৈছিল। তথাপি মাৰ এই সংকট মুহূৰ্তত নীৰবে থকাটো মোৰ প্ৰধান কৰ্ত্তব্য। বুঢ়াই সম্ভৱ মোৰ নীৰবতাৰ কাৰণ সন্ধি বধ কৰিছিল। মাজে মাজে মোলৈ চাইছিল যদিও মোৰ মনৰ স্বৰূপ তেওঁ মুঠেই উপলব্ধি কৰিব পৰা নাছিল।

"এ মাৰৰ চিকিৎসা কেনেকৈ কৰিছ? উচ্। তইও যে কেনেকুৱা ছোৱালী! টকা পইচা কিয় লাগিলে কৰি আকৌ।"

ভণ্ডামিৰ এনে নীচক প্ৰকাশ দেখি গা খেজ বেজাইছিল। কওঁ বুলি নভবাকৈ যে হঠাত কৈ পেলালোঁ—

"পইচা ক ৰ পৰা দিব? আৰু ৪/৫ দিনৰ ভিতৰত দোকান ধাৰ শোধ কৰিব নোৱাৰিলে আমাকে খেদিব।"

বুঢ়াই সে সে কৈ এটা কৃত্ৰিম হাঁহি মাৰিলে। মোৰ কিন্তু চকুত পানী ওলাই গৈছিল। হাঁহিবো যে এনে ৱেলাটো প্ৰতিক্ৰিয়া আছে সেই অভিজ্ঞতা মোৰ আগত নাছিল। কৃত্ৰিম শান্ত্বনাৰ অস্বস্তিত প্ৰাণ চঞ্চল হৈ উঠিছিল—

"কিয় খেদিম? ক'লো বুলিয়ে খেদিলোঁ নে? বিশেষকৈ এনে বিপদত। খেদিলে মানুহেই বা মোক বুলিব কি? আৰু মোৰ মাটি-টুকুৰা তইঁতে ব লৈকো দাঙি লৈ নাযাব নহয়?

এনেতে মা চিঞৰি উঠিল, দাঁত কৰচি উঠি তেওঁ ধুহ মুহালে।

"ধৰ্ম। ধৰ্ম ক'ত? ধৰ্ম আছে?"

বৰ জোৰেৰে হাতখন বাহিৰলৈ মাৰি দিলে মাই। টেবিলত থকা কিতাপৰ দম এটাত লাগি কেইখনমান কিতাপ মাটিত পৰি গ'ল। গাৰ কাপোৰবোৰ দলিয়াই পেলালে।

"ধৰ্ম কিয় নহ'ব? ধৰ্ম নহ'লে এই জগতখন চলিব পাৰেনে? এ। চন্দৰীয়ে প্ৰলাপ বকিছে। আই ঐ দেহি। কোনো কুৰ্চ্ছিট কপট, ঠগ-ফাকি নোহোৱা এই মানুহজনী সদায় ধৰ্ম ধৰ্মকৈয়ে মৰে।"

বুঢ়াই পৰি যোৱা কিতাপবোৰ বুটলি-লৈ ধৰিছে। মই চকুপানী মচিয়ে মাৰ কাপোৰবোৰ যতনাই দিছো। হঠাতে নাম ঘোষাখন বুঢ়াৰ হাতত পৰিল। সেইখন ৰাতি হ'লে পঢ়ি মাক শুনাওঁ।

'এহেহে। এইতো আচল বস্তু। বোলো ইয়াকে তই মাৰক পঢ়ি নুশুনাব কিয়? ইহে ভৱ ৰোগৰ আচল ঔষধ।"

পুথিখনৰ পাত লুটিয়াই বুঢ়াই নিজে নিজে কৈ গ'ল। মই কোনো কথাৰ উত্তৰ দিয়া নাই। মনেৰে ইচ্ছা কৰিছো এই আপদটো দূৰ হ'লেই ভাল আছিল। কিন্তু যায় ক'ত? কিবা এটা উলিয়াই গোঁফ কোচা জোঁৰাবি জোঁৰাবি তেওঁ সুৰ লগাই পঢ়িবলৈ ধৰিলে—

"হে হৰি সাৰ শূন্য মৃগ-তৃষ্ণাৰ্ণৱ জলে
শ্ৰান্ত হুয়া মহা মোহ পাওঁ।
স্নান পান-আচমন কৰোহোঁ ৰমণ ভাত
কাতাহো ওপজো তল যাওঁ।।"

"হেতো। মৃগ তৃষ্ণাৰ নৱজল, অৰ্থাৎ মৃগৰ তৃষ্ণা মানে হৰিণৰ পিয়াহ আৰু নৱজল হ'ল ন পানী। মানে এতিয়া ন পানী পালে হৰিণৰ যেনেকৈ পিয়াহ লাগে, আমিও ঠিক সেইদৰে নানা মায়া

মোহত পৰি মৰো—নহয় নে আই ? আচলতে এই সংসাৰখন সাৰশূন্য অৰ্থাৎ অসাৰ, মিছা। নহয় নে বাৰু ? কি কৱ ?"

বুঢ়াৰ কথাবোৰত মোৰ মূৰতে বিষাইছিল। এনেয়ে ভুৱা দিযাবলৈ আহিছে, তাতে আকৌ এয়া বিকৃত-শাস্ত্ৰ ব্যাখ্যাৰ বকলা মেলি মোৰ মূৰহে গৰম কৰিব এতিয়া। প্ৰায় অসহ্য হৈছে, কিন্তু বাহিৰত সেই ভাব ঢাকি মই ক'লো—

"জেঠাদেই, আপুনি এতিয়া যাওঁক। মোৰো মৰটো বৰ বিষাইছে। নাম ঘোষাৰ অৰ্থনো আমি সেইবোৰ কি জানো ? সি হ'ল জ্ঞানী-ভকতৰ বস্তু। অন্য এদিন শুনিম বাৰু ? বেয়া নাপাব।"

বুঢ়াই কি ভাবিলে নাজানো। পুথিখন যাওঁতাৰ মান মূৰত থুকুচি থুকুচি জপাই থলে আৰু মোৰ কথা শলাগি যাবলৈ উঠিল।

"বাৰু বাৰু। তোকো অলপ জিৰণি লাগে হয়। পাছ পুথি দেখিলে মই ৰবকে নোৱাৰোঁ। সেয়েহে এনেদৰে লাগো। বেয়া নাপাবি আকৌ। হেস্তে আহিলোঁহে।"

বুঢ়া লাহে লাহে ওলাই গ'ল। মই দুৱাৰ মুখলৈকে লেম্পটো দেখুৱাই আগবঢ়াই থলোঁ। তেওঁ আকৌ চোতালৰপৰা কৈ গ'ল—

'দৰ্কাৰ হ'লে মাতবোল দিবি, ভয় নকৰিবি।"

মই দুৱাৰখন টানকৈ জপাই হেওাৰ দিলোঁ।

বুঢ়া যোৱাৰ পিছত বিছনাত পৰি শোৱাৰ চেষ্টা কৰিলোঁ। আজি পুৱাৰপৰা খুদ-কণ এটাও পেটত পৰা নাই। দেহাত যেন তত্-ভতেই হেৰাইছে। দিনটোতে কিমান অঘটন ঘটিবলৈ ধৰিছে ! তাকে ভাবি মোৰ পেটতে হাত-ভৰি লুকাইছে ! আৰু বা কি আছে কপালত ? মা যে সোনকালে ভাল হৈ উঠিব সেই আশাও মিছা। আজি ডাক্তৰৰ ঔষধে কোনো গুণ দিয়া নাই। যদিহে মাৰ কিবা এটা হয় ' উঃ! মই আৰু একো ভাবিব নোৱাৰোঁ।

অসীম দা ! মই আপোনাৰ গুচৰতো অপৰাধ কৰিছোঁ। মোৰ বাবেই আপুনি জীৱনৰ সুখ-সন্মান আৰু সৌভাগ্য হেৰুৱালে।

হেকৰালে শান্তিময় উজ্জ্বল ভৱিষ্যত। নিজৰ দুখ-দুৰ্ভাগ্য সহি সহি মই কাঠ হৈ গৈছোঁ, শিলা হৈ পৰিছোঁ। কিন্তু আপোনাৰ বেদনাই মোক নকৈ জ্বালাতন কৰিছে। তাক কিজানি মই সহ্য কৰা টান হ'ব। আপোনাৰ ইহকাল পৰকাল মই খাব নোৱাৰোঁ। সেয়েহে আজি মই এইখন আপোনালৈ শেষ চিঠি লিখিছোঁ। আৰু হয়তো মোৰ দুৰ্ভাগ্য আৰু কেলেঙ্কাৰীবোৰৰ কথা আপোনাক জনাব নোৱাৰিম। কোনে জানে কোন মুহূৰ্তত মোক কোন বাঘ-ভালুকে গ্ৰাস কৰিবলৈ জোপ লৈ আছে।

সেই দেখিহে টোপনি আৰু ক্লান্তি আওকাণ কৰি এই দীঘলীয়া চিঠিখন মনৰ আবেগৰেই লিখিছো। মোৰ দুখময় জীৱনৰ এটি বীভৎস দিনৰ ডায়েৰীৰ পাত এইখিলা। ইয়াৰদ্বাৰা আপোনাৰ হয়তো একো কাম নহ'ব— হয়তোবা কিবা হ'বও পাৰে। কিন্তু সেইবোৰ কথা মই ভবা নাই। মই মাত্ৰ মোৰ রুদ্ধ-বেদনা প্ৰকাশৰ থল পোৱা নাই। এটিবাৰ প্ৰাণ খুলি আপোনাক সেই কথা কৈ যাওঁ। হয়তো আৰু কোনো দিনে কোৱা নহ'ব।

অসীম দা। এক কোঠাতে ওচৰাউচৰিকৈ শুইছিলোঁ। দুটি যুৱক-যুৱতী। দুই-তিনিটা নিৰ্জ্জন ৰাতি। ভ্ৰাতা-ভগ্নীৰ স্বৰ্গীয় প্ৰেম সুধাৰে ভৰি আছিল দুয়োখন হিয়া। কিন্তু সেই মহিমাময় নিষ্কলুষ চৰিত্ৰক এইখন গলিত পঙ্কিল সমাজে কোনোবা দিন বুজিব পাৰিব বুলি আপুনি ভাবেনে? বিষ্ঠা, মূত্ৰ, গেলা-গেৰেকনি আৰু মৰা-পচাৰে দুৰ্গন্ধময় ঠাইত এটি শেৱালী ফুলৰ মৃদু সুগন্ধ বাৰু কাৰ নাকত লাগিব? সেয়েহে মই হতাশ হৈছোঁ, মই জৰ্জ্জৰিত হৈছো। আদৰ্শ সতীত্ব, মহত্ব যিয়ে নোবোলক সকলো ভাগ্য, অদৃষ্ট আৰু পৰিস্থিতিৰ নামান্তৰ।

মোক ক্ষমা কৰিব। বিদায়। অশেষ ভক্তি আৰু শ্ৰদ্ধাৰে বিদায়॥ নমস্কাৰ। ইতি—

আপোনাৰ ভনী
—জোনালী—

চিঠিখন পঢ়ি পঢ়ি মোৰ অন্তৰ সিজি গৈছিল। চকুৰ পানী বৈ অহা নাছিল—জুইহে যেন চকুৰে বাজহৈ ওলাব খুজিছিল। হাতখন মুঠিয়াই টেবুলত এটা ভুকু মাৰি দিছিলোঁ। চকীৰ পৰা উঠি অস্থিৰ ভাবে ঘূৰি ফুৰিছিলোঁ। দেখিলোঁ টেবিলৰ এচুকত ভাতৰ থাল বৈ আছে। খং উঠিছিল প্ৰতিপাত। খোৱাৰ প্ৰবৃত্তো মুঠেই নাই। সেইহেকৈ আঠবাখন তৰি বিছনাত দীঘল দিলোঁ।

[ ১৩ ]

চোতালত গৈ দেখিলোঁ এক ধানক দৃশ্য। যেন ভয়াবহৰূপ হেতৈও সেই চোতালত আৰু নৰ্মান্তিক তাৰ অনুভূতি।

চন্দৰায়ে এখন ভগা চকিত পৰি ৰক্তাক্ত হৈ আছে। তাইৰ খৰি যন হৈ পৰি থকা গাৰ ওপৰতে পৰি জোনালী প্ৰায় মূৰ্চ্ছা গৈছে। আউলী বাউলী তাইৰ চুলি। চোতালত চাদৰে চেকুৰা চেকুৰি লৈছে। চাৰিওকালে বহুত দূৰত জনতা। সৰু ডেকা বুঢ়া নানা মানুহ। এটা গুণ গুণনি গুজৱ।

"লজ্জা! মাৰাত্মক ব্যাধি। হায় হায়! ইমান গোপন ইহঁতৰ কথা। পাপী! মহাপাপী ইহঁত দুয়ো।"

"হেৰৌ কোনো ওচৰলৈ নাযাবি। মৰিবি! নুচুবিহক ইহঁতক কেও।"

অন্য এটা চুকত কোনোৱে কৈছে—

"তওঁতে আমি আগতে কথাটো লক্ষ্য কৰিছিলোঁ। অসুখ নাই, পাতি নাই অথচ যিহে দিনে দিনে শুকাই যায় মানুহজনী।"

তাতেই আন এজনী মাইকীয়ে কৈছে—

"এঃ কিবনো নহ'ব। থোৱা থোৱা। আনি দেখোন দেখিয়ে আছো তাইৰ আজি কেইমাহ ধৰি কাঁহ। খেহ ৰোগীৰ বোলে কাঁহটোহে অচল লক্ষণ।"

এনেতে বুঢা এজনে ক'লে—

"হেই! থেহ্ ৰোগ কি? একেবাৰে ৰাজ যক্ষ্মা। নহ'লনো এইদৰে তৎক্ষণাত তেজ বমি কৰি মৰিব পাৰেনে? এ'ৰ যাৎ সেইবোৰ। শটো সোনকালে নি পোতাৰ দিহা হে কৰিব লাগে।'

সেইজন মলো গাঁওবুঢা। মোৰ চকুৰে চকুৰে পৰি গ'ল। পথ-শ্ৰান্তি আৰু ঘটনাৰ অবাক কাণ্ডই মোৰ গতি আৰু বাক্‌শক্তি তুইটাই নোহোৱা কৰিছিল। অগণন মানুহৰ এটি চুকৰ পৰাই তাকা মাৰি মই ক্ষণেক পৰিস্থিতি লক্ষ্য কৰিছিলোঁ। চিঠি পোৱাৰ পিছদিনাই ৰাতিপুৱা মই লৰা-লৰিকৈ আহিছিলোঁ। জোনালীৰ চৰম সঙ্কটময় পৰিস্থিতিৰ উপলব্ধিয়ে মোক সেইদৰে দৌৰা লগাই টানি আনিছিল। তৎক্ষণাত মই গৈ জোনালীৰ গাৰ কাষত থিয় হ'লোঁ।

"জোনালী! অ' জোনালী!!"

এবাৰ তুবাৰ কেইবাবাৰো মাতি জোনালীৰ মাত নাপালোঁ। এইবাৰ তাইৰ হাতত ধৰি টানি জোৰকৈ মাতিলোঁ। এতিয়াহে তাই বুজিলে যে তাইৰ ওচৰত আন কোনো নহয় তাইৰ মৰমৰ অসীম দা। কান্দি কান্দি তাইৰ চকুদুটা ওফন্দ যেন হৈছিল। তাইৰ কান্দোনত যে কাৰো সহানুভূতি নাই, সেই কথা তাই বুজিছিল। শেষত তাই কান্দিবলৈকে এৰি দিছিল। অৰ্থাৎ কান্দি কান্দি মনৰ শোক পলুৱাবৰ বাবেও এটা পৰিবেশ লাগে। সেই অনুকূল পৰিবেশ তাইৰ নাছিল। নানাজনৰ বিদ্ৰূপ আৰু হৃদয়হীন কুৎসিৎ মন্তব্যবোৰে তাইৰ অন্তৰৰ চকুপানীবোৰ গোট খুৱাই বৰফ কৰিছিল। তাই বৰং কন্দাকটাতকৈ একেবাৰে শান্তিৰে মৰিবই পাৰে। মৃত্যু তাইৰ ওচৰত আজি ৰমণীয়, শান্তিদায়িনীৰূপে দেখা দিছে। সেই সুখময় সপোনত তাই তন্ময় হৈ আছিল। বহিৰ্জগতক পাহৰি গৈছিল।

মোৰ ফালে স্বপ্নাথিতাৰ দৰে তাই চাইছিল। নিৰুদ্বেগ, হৃদয় বিদীৰ্ণ কৰিব পৰা সেই চাৱনি। অপলক। নিষ্কম্প!! যেন জীৱন যোগীয়ে সমুখত চিৰ সাধনাৰ দেৱতাক দৰ্শন পাইছে। হিয়া ভৰি,

প্ৰাণভৰি তাই মোৰ চকুলৈ চাইছে। সেই চোৱাৰ অফুৰন্ত হেপাহৰ যেন ছেদ নাই। স্ফটিকৰ দৰে তুধাৰা চকুপানী তাইৰ গালেদি সৰ্‌সৰকৈ বাগৰি পৰি আঁচল তিতি গ'ল। দৃষ্টি ধোৱাকোৱা হ'ল। মন্ত্ৰমুগ্ধৰ দৰে চাই আছিলোঁ সেই দৃশ্য। চকু ভৰি পানীৰ ঢল উঠিছিল মোৰো। মচিবলৈ প্ৰয়াস নকৰিলোঁ। অৱস্থা আৰু পৰিস্থিতিৰ জ্ঞান একেবাৰে লোপ হৈ গৈছিল। হঠাতে জোনালী মোৰ ভৰি তুখনত পৰি সাৰটি ধৰিলে।

"দাদা! দাদা!! প্ৰাণৰ অসীম দা!!!" হৃদয়ৰ নিজৰাৰপৰা ওলোৱা উপত চকুপানীৰে তাই মোৰ চৰণ ধুৱাই দিলে। মূৰটো জোকাৰি জোকাৰি আউলী বাউলী তাইৰ চুলিৰে যেন সেই ভৰি মচি দিলে। বুকুৰ উঠানমা কঁপনিত যেন মোৰেই পূজাৰ আৰতিৰ ছন্দ বাজিছে। থিৰে থাকিব নোৱাৰিলোঁ। তুহাতেৰে সাবটি ধৰি তাইক বহুৱাবৰ চেষ্টা কৰিলোঁ।

"নাকান্দিবা ভনীটি। চন্দৰীবাঈ মৰা নাই। নমৰে তাই। তাই আজিহে জী উঠিছে। আৰু তাইৰ লগতে বহুত চন্দৰীৰ জীৱন লাভ হ'ল।"

দৰ্শকৰ দল ভেবালাগি চাই আছিল। তাচ্ছিল্য বা ফিচিঙা ফিচিঙি কৰিবৰ সুযোগ পোৱা নাছিল সিহঁতে। মাত্ৰ ইটোৱে সিটোৰ চকুলৈ চোৱা-চুই কৰিছিল। চকুৰেই অন্তৰৰ কথা পাতিছিল, নাক কোচাইছিল কোনোৱে। অৱজ্ঞা আৰু ঘৃণাৰ ভাব আকাৰে ইঙ্গিতে প্ৰকাশ কৰিছিল সেইদৰে। তথাপি পৰিস্থিতি নিস্তব্ধ আছিল।

"ঐ উপি, ডিম্বে! বোলো কি চাই আছাহঁক? ধৰ্, ধৰ্ সকলোৱে। বহুত বেলি হৈ গ'ল।"

বুঢ়াৰ কথাত কেইবাজনো ডেকা আগবাঢ়ি আহিল। জোনালীক উঠিবলৈ দি সিহঁতে শটো নিবলৈ খুজিলে। মই সেই কথা ভ্ৰূক্ষেপ নকৰি জোনালীক সুধিলোঁ।

"এনেকুৱা ভেজৰৰি হ'ল কেতিয়া?"

"নিশা। প্ৰায় শেহ নিশাৰ পৰা।"

"কিয় তেনে হ'ল হঠাতে?"

"নাজানো। মই বৰকৈ টোপনি গৈছিলোঁ। অকস্মাতে মাৰ ওক, বাঁতিৰ শব্দ শুনি সাৰ পালোঁ।"

"এ। এতিয়াহে জিলাৰ পৰা চিভিল চাৰ্জ্জেন হাকিমটো ওলালহি। কিবা বোল ছাগলী মৰিবৰ বাৰ বছৰ হ'ল এতিয়াহে বেবায়।"

ধনেশ মণ্ডলৰ কথা শুনি আটাইবোৰৰ মাজত এটা গুণ্ গুণনি উঠিল। গাওঁবুঢ়াৰ কোব আৰু চৰিল। তেওঁ ককালত গামোচাখন বান্ধি নিজেই চন্দৰীৰ গুৰিলৈ চোঁচা ললে।

"হোঃ তহঁত মানুহ নহয় অ। এওঁ ক'ৰ বিষ্ণুদূতজন আহি ওলালহি যে তাৰ ভয়ত তহঁতে শ'ৰ কাষ চাপিব নোবাৰি তেবা হৈ আছ?"

বুঢাই মোক আঙুলিয়াই সেইদৰে ধমক্ দিয়াত সিহঁতেও গৈ চন্দৰীৰ গাত হাত দিলে। তেনেতে মই বাধা দি ক'লো—

"ৰবা ৰবা। অলপ ক্ষান্ত হোৱা। চন্দৰীক শ্মশানলৈ নিবৰ সময় এতিয়াও হোৱা নাই।" মানুহবোৰে হাত কোচাই নিলে। মই শবাচ্ছাদনী খন লাহেকৈ টানমাধি গুচাই দিলোঁ। সতৰ্ক দৃষ্টিৰে মানুহজনীক নিৰীক্ষণ কৰিলোঁ। অন্তৰাত্মাই মোক ক'লে যেন তেতিয়াও তাইৰ প্ৰাণবায়ু অন্তৰ্হিত হোৱা নাই। মানুহে যাক কলা-ধাতু বুলি কয় সি যেন কিবা এটা অপেক্ষা কৰিছে। তৎক্ষণাৎ কাপোৰখন ঢাকি দিলোঁ। তীক্ষ্ণ দৃষ্টিৰে মানুহবোৰৰ মুখলৈ চালোঁ, প্ৰত্যেকৰে মুখ। মেজিক চোৱা মানুহৰ জুমৰ দৰে সিহঁতৰ দৃষ্টিও মোৰ ওপৰত। হঠাতে বিৰিঞ্চিৰ ওপৰত চকু পৰিল।

"এই বিৰিঞ্চি! ডাক্তৰ। অতি শীঘ্ৰে যা। মই মৰা বুলি কবি। চাইকেল এখন লৈ যা।"

কথামতে বিৰিঞ্চি লৰ মাৰিলে। গাওঁবুঢ়াৰ খঙে মূৰৰ চুলিৰ আগ পালে। সমজুৱাৰ মাজত নানা কথাৰ গুণ্‌গুণনি উঠিল।

কোনো কোনোৱে মোৰ কথাত বিশ্বাস স্থাপন কৰিলে। কোনোৱে এক অবুজ ৰহস্য যেন পালে। বেচি ভাগেই বুঢ়াৰ দ'লত মত দিলে। সিহঁতৰ মতে মৰা মৰিল, এতিয়া আৰু এইখন ভাওনা কিয় পাতিব লাগে? ডাক্তৰ আহিনো আৰু মৰা শ ভাল কৰিব পাৰেনে? বুঢ়াই অস্থিৰ হৈ কৈ ফুৰিছে।

"এতিয়াহে ৰাম ভক্ত হনুমান ওলাল। এওঁ বিশল্যকৰণী আনি লক্ষ্মণৰ শক্তিশেল কাটিব। এওঁ জাল নেদেখা বুঢ়াক জাল দেখুৱাব। বোলো ছলি মাৰি যম বুঢ়া হ ল—এতিয়াহে শিকিব লাগিব মৰা কি? বল বল।" আমি ইয়াত নাথাকোঁ। যোৱে শ নিয়ে নিব। আমি হ'লে আৰু নাহোঁ।"

বুঢ়াই কেবাজনকো ঠেলি হেঁচি লৈ গ'ল। প্ৰধানবোৰ যোৱা দেখি সৰু-সুৰাবোৰো তাৰ পাছ ললে। যেন বৰ নাওঁৰ পাছত সৰু মেটেকা-পুনিৰ চাকহে গৈছে। মই গম্ভীৰ স্বৰে ক'লোঁ—

"মৰা মৰিলেও ডাক্তৰী পৰীক্ষা কৰিবৰ নিয়ম আছে। আৱশ্যক হ'লে এই মৰণোত্তৰ পৰীক্ষা কৰাৰ চৰকাৰী বিধান।" মোৰ কথা শুনি বহুত বুজন কৃশীযা ল'ৰা আৰু শিক্ষিত দুই চাৰিজনে অৰ্থপূৰ্ণ দৃষ্টিৰে চালে। মই আকৌ ক'লো—

"কোনোকালে নোহোৱা হঠাতে তেজ বমি কৰা ৰোগটো অন্তত ডাক্তৰক দেখুৱা নিতান্ত দৰ্কাৰ। ব্যক্তি অসমৰ্থ হ'লেও সেইটো সমাৰ্জৰে এটা কৰ্তব্য। কোনে জানে তাৰ অন্তৰালত কি আছে— সংক্ৰামক বীজাণু, দেও-ভূত নে কোনো পৈশাচিক মনৰ কালকূট।"

মলো গাওঁবুঢ়া ঘূৰি আহিছিল। আহিয়ে মোৰ শেহৰ শব্দ কেইটামান শুনিছিল। এক বিস্ময় আৰু সন্দেহৰ দৃষ্টিৰে মোলৈ চাইছিল। সেই চাৱনিত এক বুজাব নোৱাৰা মানসিক প্ৰতিক্ৰিয়া হোৱা দেখিছিলোঁ। দুই তিনিজন নাতিয়েক তেতিয়াও চোতালত আছিল। সিহঁতৰ কাকো পিঠিত চপৰিয়াই, কাকো টেটুত ধৰি ৱাহিৰ কৰি নিবলৈ বুঢ়া আহিছে। নাইবা অছাব মাজত অস্ত্ৰ কিবা

অভিপ্ৰায়ো আছে। মুঠতে মোৰ প্ৰতি এটা বিষাক্ত ভাব বুটাৰ মনত সোমোৱা বুলি ভাবগতিৰ পৰাই বুজিব পাৰিলোঁ।

প্ৰায় আধা ঘণ্টামানৰ ভিতৰতে ডাক্তৰ আহিল। ডাক্তৰ অহাৰ লগে লগে আৰু বহুত মানুহেৰে চোতাল ভৰি পৰিল। ডাক্তৰে যন্ত্ৰেৰে হৃদপিণ্ড পৰীক্ষা কৰি চালে। ডাক্তৰৰ মুখ গম্ভীৰ। জোনালীয়ে সপোন দেখাৰ দৰে চাইছে। ডাক্তৰৰ চকুৱে চকুৱে ছুয়ো চালোঁ। নীৰৱ প্ৰশ্ন। মুখখন অকণমান বেকা কৰি দি ডাক্তৰে আঙুলি পাঁচটা দেখুৱাই দিলে।

"মাত্ৰ পাঁচ মিনিট।"

ঔষধৰ মোনাখন খোকটি ইন্‌জেক্‌শ্যনৰ চিৰিঞ্জটো উলিয়ালে। জোনালীৰ মুখত আশা-নিৰাশাৰ হেন্দোলনি, মেঘে ঢকা চন্দ্ৰমাৰ দৰে আশাৰ ৰেখা তাইৰ মুখত এবাৰ উজলে এবাৰ ক্ষীণ হৈ যায়। অতিশয় উদ্বিগ্ন অৱস্থা। বেজীটো দি উঠি ডাক্তৰে ৰোগীৰ মুখ, চকু, ওঠ, দাঁত, জিভা আদি পৰীক্ষা কৰিলে।

"ৰাতি কিমান সময়ত বমি কৰিছিল?" জোনালীক সুধিলে।

"প্ৰায় তিনিমান বজাত।"

"শৌচ প্ৰস্ৰাৱ কিবা কৰিছিল নে?"

"নাই, কৰা নাছিল।"

"ৰোগীয়ে তোমাক কি কৈছিল? কিবা খাইছিল নেকি?"

"মোৰ টোপনিতে মাৰ কিমান পৰ বমি চলিছিল নাজানো। "মই ওকালিৰ শব্দত সাৰ পাই দেখোঁ তেওঁ একেবাৰে বেহুচ্। মাত্ৰ ঘেৰ্ ঘেৰণি আৰু ধৰ্ ফৰ্ ছটফট্। গোটেই বিছনা আৰু মজিয়া তেজেৰে তুমুৰলি হোৱা অৱস্থা দেখি ময়ো চিঞৰি চিঞৰি অজ্ঞান হৈ গৈছিলোঁ।"

"হু। সেইখন বিছনা কত?"

"ইয়াৰে তলত আছে।"

ধুচা, কম্বল আদি ডাঠকৈ পাৰি দিয়া আছিল। ৰাতি শোৱা

কাপোৰখিনি বহুত তলত আছিল। মোক ডাক্তৰে ইঙ্গিত কৰাত আচল বিছনাৰ কাপোৰ কিছু উলিয়াই দিলোঁ। তেওঁ কিবা এটা চালে। তাৰ পাচত ঘৰৰ ভিতৰলৈ গৈ ঠাইখিনি চাবলৈ খুজিলে। জোনালী আৰু মই লগত গ'লো। বাধা দিয়া স্বত্বেও দুই এজন লোক আৰু সৰু ল'ৰা ভিতৰ সোমাল।

"টেবিলত পানী আছিল ?"

"হয়। এটা দীঘল গিলাচত এগিলাচ পানী সদায় ৰাখোঁ।"

কথাষাৰ কৈয়ে জোনালীয়ে গিলাচটো টেবিলত নেদেখি চকু ঘূৰালে।

"সেই গিলাচটো এতিয়া ক'ত ?"

জোনালীয়ে অলপ আচৰিত হোৱাৰ দৰে ইফালে সিফালে চকু ঘূৰাই চালে। আমি চালোঁ।

"অ। এয়া। ইয়াতে পৰি কেনেবাকৈ ভাগি আছে।"

মূৰ-শিতানৰ ফালে বিছনাৰ খুটিৰ তলত, টেবিলৰ চেপাত দুভঙা হৈ থকা গিলাচটো দেখি জোনালীয়ে ক'লে। ডাক্তৰৰ চকু থিৰ।

"চাও, লৈ আহাচোন তুলি।"

ভঙা গিলাচৰ গাত কিবা এটা চাই চাই ডাক্তৰে তাকে এডোখৰ কাপোৰেৰে মেৰিয়াই ল'লে।

"ৰাতি কোনো লোক বেমাৰীৰ খবৰ লবলৈ আহিছিল নে ?"

"হয় আহিছিল।"

এনেতে ডাক্তৰে হাতৰ ঘড়ীটোলৈ চাই লৰা-লৰিকৈ বাহিৰ ওলাল। বেমাৰীৰ হৃদপিণ্ড তেওঁ আকৌ পৰীক্ষা কৰাত লাগিল। তাৰ পাছত এটা দীঘল নিশ্বাস পেলাই মুখখন বিকটালে।

"একো কাম নহ'ল।"

অর্থপূর্ণ ইঙ্গিত দি তেওঁ যন্ত্ৰপাতি মোনাত ভৰালে। জোনালী আগি মাকৰ বুকুতে আকৌ আচাৰ খাই পৰিল। মই সুধিলোঁ—

"কেনে দেখিলে ?"

"মৃত্যু সন্দেহজনক।"

চাৰিওফালৰপৰা কেইবাজনেও প্ৰশ্ন কৰিলে একেলগে—

"তেনেহ'লে কি যক্ষ্মা নহয় নেকি ?"

মই সুধিছিলোঁ—

"তেনেহ'লে ইয়াৰ প্ৰতিকাৰ ?"

ডাক্তৰ আটাইবোৰ প্ৰশ্নৰ উত্তৰ একেলগে দিলে—

"কিছু তেজ, ডাক্তৰখানালৈ পঠাই দিয়ক।"

ডাক্তৰে মুখ ঘূৰাই খোজ ললে। মই বেগৰ পৰা দহটকীয়া নোট এখন উলিয়াই তেওঁৰ জেপত ভৰাই দিলোঁ। ঘূৰি চাই তেওঁ চকু থিয় কৰিলে আৰু নোটখন উলিয়াই মোৰ ওপৰ জেপত সুমুৱাই দিলে।

"ছি! এইটো ভিজিত নললেও মোক ভগৱানে পালন কৰিব।"

চাইকেলত উঠি ডাক্তৰ গ'ল। চোতালত মানুহৰ মাজত হাঁহাকাৰ। তাৰে মাজতে ল'ৰা এটাক বিচাৰি মই পৰীক্ষাৰ বাবে তেজ পঠালোঁ।

জোনালীৰ বিননিত অন্তৰ ফাটি যাব খোজে। উচুপনিত তাইৰ দেহ থৰ থৰ কৰি কঁপিছে। চন্দ্ৰবীৰ বুকু ফালি তাই যেন তাতেই সোমাই যাব।

"মা! তই মোক ক'ত এৰি গলি ? তই বাৰু ইমান নিৰ্দয় হলি কেনেকৈ ? মা! মই এতিয়া কাৰ কাৰণে বাচি থাকিম ? কা'ৰ মৌ-মাতত মোৰ হিয়া জুৰাম ? মা, অ' মা! মই আজি কলৈ যাওঁ ? ক'ত থাকো! মোৰ কাৰণে জগতত যে অকণো ঠাই নাই। তই জানো তাক নাজান ? আঃ আঃ—আঃ মোৰ মৰণ নাই কিয় ঐ ? কণা যমে মোক নেদেখিলে ?"

ঘটনাৰ কু-চক্ৰ দেখি অন্তৰৰ চিন্তা-অনুভূতি শিল যেন হৈ পৰিছিল। প্ৰস্তৰ মূৰ্ত্তিৰ দৰেই থিয় হৈ আছিলোঁ। এনেতে দেখিলোঁ পাওঁবুঢ়া আৰু তেওঁৰ পৰিয়াল সদলবলে আহি উপস্থিত।

"পাছে কি হ'ল এতিয়া ? মৰা মানুহ জী উঠিশনে ? বোলে ডাল ডাল কৰি পকালে চুলি, এতিয়াহে মাত্তে পুতুকণ বুলি।"

বুঢ়াৰ গোঙৰণিৰ প্ৰতি মই কেৰেপ কৰা নাছিলোঁ। তথাপি উত্তৰ দিলোঁ লাহেকৈ—

"ডাক্তৰ অহাত মানুহ জীয়াই আছিল। কিছু সময় পাছতহে মৰিল। গতিকে ভাবি চাওঁক কথাটো কি গুৰুতৰ আছিল।"

বুঢ়াই ভেকাহি মাৰি ক'লে—

"হেৰৌ থ' থ' ইহঁতৰ বৰ ডাক্তৰটো ওলাল। আৰু তাকে নকৈ নো কব কি ? যদি মৰাই নাছিল তেন্তে ভাল নহ'ল কিয ? এতিয়া এৰ, সেইচব ভচহু কথা আমাৰ কাণত নোসোমায। হেৰ ডিম্ব, হেৰৌ উপি ধৰাইঁক।"

কি কৰিম কি নকৰিম ভাবি মই এৰো উপায় নেদেখা হ'লো। তথাপি বাধা দি ক'লো—

"শ নিব নালাগে।"

"নালাগে ? তেন্তেনো তই শটো কি কৰিবি ?"

বুঢ়া অকে ডুই চাৰিযে প্ৰশ্ন তুলিলে। মযো এটা উপস্থিত বুদ্ধিৰে প্ৰশ্ন উলিয়ালোঁ।

"বাৰু, আপোনালোকেই কওঁকচোন—শ'টো নি আপোনালোকে কি কৰিব ? পুতিব নে পুৰিব ?"

বেছি ভাগেই তপৰাই ক'লে—

"কি কৰিম আৰু ? পুতিম, এনে বেমাৰীকতো আৰু পুৰিব নোৱাৰি।"

"কেনে বেমাৰী ? আপোনালোকে পৰীক্ষা কৰি কিবা বেমাৰৰ চিন পাইছে নেকি ?

আকৌ এটা হুলস্থুল লাগিল। কিছুমানে গজ্ গজালে, কিছুৱে ভোৰ্ ভোৰালে। গাওঁবুঢ়াই এইবাৰ মোলৈ চোঁচা ললে।

"বোলো তই ইয়াৰ পৰা ভালে ভালে আঁতৰ হ। ইমান পৰে

ভোলা বাবুৰ ল'ৰা বুলিহে চাই আছোঁ। নহ'লে তোৰ অতপালি আৰু সহ্য নহৈছে। এই সমাজত কি মানুহ নাই। এটা উত্তমুৱা ডেকাৰ কেবামতালিখন যে ইমান পৰে সহি আছ? আমি এতিয়া কাউৰীৰ মুখতহে ক বুলিবলৈ শিকিম? গুচ্ গুচ্।"

বুঢাই মোক ঢকা মাৰি দিলে। এখোজ আঁতৰি গৈ মই স্থিৰ হৈ ৰ'লো। পোন হৈ মই গম্ভীৰ ভাবে ক'লো—

"খবৰদাৰ! শ ছুচুব। এই মৃত্যু ৰহস্যজনক!"

আটায়ে মোৰ মুখলৈ ৰ' লাগি চালে। কিন্তু এটা দলে শ'টো ধৰি বন্ধা-চটাত লাগিল। মই আকৌ বাধা দিলোঁ। জোনালীক সিহঁতে টানি নি কাষত বগৰাই থৈছিল। এইবাৰ ক'লো—

"মই আকৌ সাৱধান কৰি দিছোঁ। ইয়াৰ বাবে কিন্তু গাওঁবুঢ়া জগৰীয়া হ'ব লাগিব।"

এইবাৰ গাওঁবুঢ়াক যেনিবা বেজঁৰেহে খুচিলোঁ। লগে লগে তেওঁৰ পুতেক কেইজনেও মোক খেদি আহিল। মোক ঢকিয়ালে, ঠেলিলে, কোনোৱে ঘুচিয়ালেও। এঁঠাতিত থিয় হৈ মই আকৌ ক'লো—

"এইখন নিৰ্জ্জীৱ সমাজ। এইখন সমাজৰ মাজতে মোক এটা পৰিয়ালে নিৰ্বিচাৰে মাৰ্-ধৰ্ কৰিলে। তথাপি কাৰো মাত এষাৰ মাতিবৰ শক্তি নাই। মোৰ অন্তৰত দুখ লাগিছে। দুখ মাৰ খোৱাৰ বাবে নহয়। এইদৰে নিৰ্দ্দোষী কতজন সৎ লোকে দুষ্টৰ হাতত আৰু মাৰ খাব লাগিব, অপমান, লাঞ্ছনা পাব লাগিব, এনেকি কতজনক সিহঁতে প্ৰাণেও মাৰি পেলাব—সেই কথা ভাবি মোৰ হিয়া শোকত অভিভূত হৈছে। কোনে জানে আজিৰ এই মৃত্যুৰ কাৰণে এই সমাজৰ কোনজন লোক দায়ী?"

আন্তৰিক আঘাতত মোৰ কথাবোৰ বক্তৃতা ওলোৱাৰ দৰেই গুলাইছিল। মোৰ কথা কিমান জনে শুনিছিল নাজানো। গাওঁবুঢ়াৰ দলে হুলস্থূল কৰিয়ে আছিল। তাৰেপৰা বুঢ়া সাউৎ কৰে আহি মোৰ সমুখত আঙুলি জোকাৰি গোঁফ পকাই ক'বলৈ ধৰিলে—

'ক, ককৰ কিয় ময়ে মাৰিলোঁ বুলি? এতিয়া নকৈছিলি মই জগৰীয়া হ'ব লাগিব বুলি? বোলো লোক মৰিল যক্ষ্মা হৈয়ে নে ডাক্তৰৰ বেজীতে—সি আকৌ ইযাত বৰ বক্তৃতা দিছে। বোলো মুখ চণ্ডালি কথা কৰি।"

"কাৰ আগত গোঁফ জোকাৰিছে? ইয়াৰ উপযুক্ত বিচাৰ হ'ব লাগিব। মই কাকো পৰোৱাই নকৰোঁ। ধৈৰ্য্য ধৰক। ইযাৰ মই বিচাৰ কৰিম।"

"বিচাৰ কৰিবি? হুঃ। তই মোৰ বিচাৰ কৰিবি? হেৰৌ কোন ক'ত আছ? ময়ে দহজনৰ বিচাৰ কৰি বুঢ়া হ'লো, চুলি পকালোঁ। এই ৫কলেহুৰাটোৱে বোলে মোৰ বিচাৰ কৰিব?"

"অ' বিচাৰ কৰিম, পুলিচত দিম, আৱশ্যক হ'লে গাওঁবুঢা কিয়, তেওঁৰ গোটেই পৰিয়ালৰ ওপৰত কেচ দিম। আৰু জানো সেয়ে—দৰ্কাৰ হ'লে সমাজৰ আৰু বহুতলোক ইয়াত মেৰ্‌পেচ্ খাই যাব পাৰে। সেই দেখি মই শেষবাৰ সাৱধান কৰি দিছোঁ—শ যেন কোনেও কান্দত নোলোৱা।"

এইবাৰ গাওঁবুঢাৰ বৰ পুতেক শিহু কাননগো আৰু সৰু পুতেক বিৰঞ্চ একে লগে আহি মোৰ ওপৰত জপিযাই পৰিল। আনবোৰেও আহি ঘেৰাও কৰিলে।

"হো তইচোন বৰ মতা ওলালি। কটা গুণ্ডা। এই বিধৱাৰ ছোৱালী পলুৱাই নিয়া বীৰপুৰুষ। তই গাওঁবুঢাৰ ফেমিলিৰ ওপৰত কেচ্ কৰিবি? চাওঁ বাৰু তোক আজি কোনে ৰাখে।"

মোক কোনো কথা কবলৈ নিদিলে। গাৰ কোন ঠাইত কোনে আঘাত কৰিলে ঠিক নাই। মই প্ৰায় অজ্ঞান হৈ পৰিলোঁ।

চেতনা পাই দেখিলোঁ—মোক চকী এখনত বহুৱাই থোৱা হৈছে। কপালত বেয়াকৈ খুন হৈ বৰকৈ তেজ ববলৈ ধৰিলে। কেইজনমান শিক্ষিত ডেকাই তাতে বেণ্ডেজ কৰি আছে। চোতালত কিছুমান সৰু ল'ৰা ছোৱালী আৰু মাইকী মানুহ গোট খাই সহানুভূতি প্ৰকাশ

কৰিছে। সোনালী মোৰ ওচৰতে মাটিত বহি কান্দি আছে। অলপ দূৰতে শব-যাত্ৰী লোকৰ কোলাহল কাণত পৰিছে। সম্ভৱ এইমাত্ৰ তেওঁলোকে শ নিছে।

মই তৎক্ষণাৎ কলমটো উলিয়াই এটুকু কাগজত কেইটামান আখৰ লিখিলোঁ। থানাৰ দাৰোগালৈ তাত লিখিলোঁ যে—চন্দ্ৰবীৰ মৃত্যু সন্দেহজনক। ডাক্তৰী পৰীক্ষা হৈছে। কিন্তু পুলিচ তদন্তও অতি জৰুৰী। এক পক্ষৰ বাইজে জোৰকৈ শটো শ্মশানলৈ লৈ গৈছে। আৱশ্যকীয় তৎপৰ ব্যৱস্থা বাঞ্ছনীয়। মোৰ চহীটোৰে সৈতে তাৰিখ আৰু ঘড়ীৰ ঠিক সময় দি ডেকা এজনৰ হাতত দিলোঁ।

"যোৱা। তৎক্ষণাৎ। নহ'লে বিপদ।"

—ডেকাজন গ'ল। এনেতে দেখিলোঁ— গাত খালি বনিয়নটোৰে সৈতে হাতত লাঠিডাল লৈ দেউতা। লগে লগে দা খন লৈ শান্তিকাই। ওচৰে ওচৰে বিৰিঞ্চি, বিভৱ, নৰহৰি আদি ভাই-ভাগিৰ আটাইবোৰ লোক আহি সষ্টম। মোৰ মূৰত জখম দেখিয়ে দেউতাৰ খঙে চুলিৰ আগ পাইছিল। ক্ৰোধত প্ৰজ্বলিত অগ্নিৰ দৰে তেওঁ চিঞৰি উঠিল।

"কোন? কোন নৰাধম সেইজন? মোৰ ল'ৰাক আঘাত কৰে? ক'ত? ক'তগ'ল সিহঁত শিয়ালৰ পাল? মানুহখোৱা ৰাক্ষসৰ দ'ল ক'ত লুকাল। ক'ত পলাল কু-চক্ৰী কৌৰৱৰ দল? অৰ্জ্জুনৰ দৰে আজি ময়ে সিহঁতক ধ্বংস কৰিম।"

শান্তিকাইও দাখন জোকাৰি গৰ্জ্জিলে, চিৎকাৰ কৰিলে। মোৰ অৱস্থা দেখি চকুপানী টুকিলে। লগৰ কেইবাজনেও গুপ্ গুপনি দিলে।

"বোলো আমি কিবা ভাই-ভাগিবোৰ মৰি গৈছোনে? আঃ। এই ল'ৰাজনক অভিমন্যু মৰা দি মাৰিব পায়নে? হেৰৌ মৰমতা গাওঁবুঢ়া। হেৰৌ কৌৰৱৰ পাল। বোলো আহ্ এতিয়া।"

মোৰ মাতিবলৈ যেন শক্তি নাছিল। দেউতা আৰু চুবুৰীয়া সকলক সান্ত্বনা কৰি বুজাবৰ চেষ্টা কৰিলোঁ। ক'লো যে—মিছা

কাজিয়া কৰি লাভ নাই। পুলিচত বিচাৰ দিয়া হৈছে। ৰজা আছে। আইন আদালত আছে। তেওঁলোকে কৰিব যি কৰে। মূৰটো আকৌ আচন্দ্ৰাই কৰি আনিছিল। দেউতাই গাত ধৰি কোৱা যেন শুনিলোঁ।—

"হেৰ! কি চাইছাহঁক? তাক ডাক্তৰখানালৈ ল।" তাৰ পাছত আৰু একো ক'ব নোৱাৰোঁ।

[ ১৪ ]

মহানদী ব্ৰহ্মপুত্ৰৰ ওপৰত অস্তগামী তপনৰ বিতোপন ছবি ইমান চিত্তাকৰ্ষী, ইমান মনোমোহা কুলি ইয়াৰ আগতে কোনো দিনে অনুভৱ হোৱা নাছিল। চিভিল হস্পিতালৰ ৰোগশয্যাত বহিয়ে খিড়িকীৰে সেই দৃশ্য প্ৰাণ ভৰি চাইছোঁ। স্প্ৰিং কৰা বিছনাখন হেলনীয়াকৈ বহিব পৰা ওখকৈ দিয়া হৈছিল। বিস্তীৰ্ণ নীলাকাশৰ তলত হুদ হুদ যেন লগা বিশাল জলৰাশিৰ সিপাৰে পাহাৰ পৰ্ব্বতৰ সেউজ্ বুলীয়া দৃশ্যপটে ভাবুক মন স্বভাৱতে টানি ধৰে। মাজতে উমানন্দৰ তৰুবেষ্টিত হৰ্ম্ম্য মন্দিৰ। দূৰত, বহু দূৰত পশ্চিমে শৰাইঘাটৰ দলঙৰ অস্পষ্ট ৰেখা কেইডালমান অনুমান কৰিব পাৰি। সেইফালেই পানীৰ তলত আধা ডুব যোৱা ৰঙা সূৰুযৰ হেঙুলি কিৰণে যেন আকাশ-পৃথিৱী সোণালী কৰি তুলিছে। উমানন্দৰ ফালে তুখনমান তীৰ্থ যাত্ৰীৰ বৰ নাও ধীৰ গতিত আগবাঢ়িছে। আকাশত এজাক পখী উৰি কুণীয়াকুণী ভাবে কেইডালমান আক্ বাক্ যেন চকুত লাগিছে। এই গোটেই দৃশ্যটোত সামগ্ৰীকভাৱে চকু ফুৰাই চাই এখন নাট্য-মঞ্চৰ সমুখত আঁৰি থোৱা নিপুন শিল্পীৰ হাতৰ দৃশ্যপট যেন লাগিল। এৰা! বিশ্বমঞ্চত আঁৰি থোৱা এইখন বিশ্ব-শিল্পীৰ নিপুণ হাতৰে আচল ছবি।

"অসীমদা!"

অতি নিমজ পৰিচিত কণ্ঠ। মোৰ সৌন্দৰ্য্যধ্যান ভঙ্গ হৈ গৈছিল। সেই মধুৰ মাতটি বহুদিন অপেক্ষা কৰি কৰি ভাগৰি পৰিছিলোঁ। অনেক দিন নানা দুৰ্ভাবনাত কটাইছিলোঁ, কিন্তু প্ৰকৃত খবৰ এটি কাৰো পৰা পাবলৈ সক্ষম হোৱা নাছিলোঁ, আজি নিজে সোঁ-শৰীৰে সেই জোনালী আহি মোৰ পাছ ফালে ছায়া মূৰ্ত্তিৰ দৰে থিয় হৈ আল্‌ফুল্‌কৈ মোৰ মূৰৰ চুলিবোৰ লৰাই আছে। পিছ মুখ কৰি সেই শীৰ্ণ, বিবৰ্ণ মুখ দেখিলোঁ। বাক্যহীন, কিন্তু উজ্জ্বল চকুযুৰিত অক্ষুৰন্ত ভাষাৰ ভিৰ, ভাবৰ ঠেলা হেঁচা। সেই মৌন সম্ভাষণ প্ৰাণে প্ৰাণে অনুভৱ আৰু গ্ৰহণ কৰিলোঁ।

"—কেতিয়া আহিলা ?"

"এই মাত্ৰ। অলপ আগতে।"

"ক'ত আছা ? ক'ৰ পৰা আহিলা ? বহানা।"

ওচৰতে থকা চকী এখনত জোনাক বহিবলৈ ইঙ্গিত কৰিলোঁ। আনখনত ল'ৰাজন বহিল।

"এওঁ কোন ?"

"মাহীৰ ল'ৰা। সুছন্দ।"

এষাৰ কথাতে মোৰ আগৰ প্ৰশ্ন দুটাবো উত্তৰ পালোঁ। আৰু বহুত কিবা কিবি প্ৰশ্নৰ উত্তৰো যেন পালোঁ। সুধিবলৈ বহুত কথাই মনত জুমুৰি দি ধৰিছিল। তাৰে কিছুমান সুধিবলৈ সঙ্গত নহ'ব যেন লাগিল, কিছুমানৰ বাবে আকৌ পৰিবেশটো অনুকূল নহয়। কি সোধোঁ কি নোসোধোঁ লাগি দোমোজাত পৰি নীৰৱ হৈ আছোঁ। এনেতে জোনালীয়ে ক'লে—

"আজি ইমান দিনে আপোনাৰ খবৰ লব পৰা নাই। তাৰ বাবে মোক ক্ষমা কৰিব।"

তাৰ কি উপযুক্ত উত্তৰ দিম ভাবি নাপালোঁ। মাত্ৰ চকুৰ পতা আপোনা-আপুনি সেমেকি গ'ল। তলমূৰ কৰিলোঁ। সেই বালিকাৰ চৰম বিপদৰ মুহূৰ্ত্তত মই উপস্থিত থাকিও একো কাৰ্য্যকৰী সাহায্য

দান কৰিব নোৱাৰিলোঁ। ডকাইতৰ মাজত আপোন ভগ্নীক এৰি যেন নিজেই মূৰ্চ্ছিত হৈ পৰিছিলোঁ। সেই অবাঞ্ছিত পৰাজয়ৰ গ্লানিয়ে আজি অন্তৰ দহিছে। তাৰ পাছত জোনালীৰ কি হ'ল, কলৈ গ'ল—সেই কথা সুধিবলৈকে প্ৰাণত সাহসকণ গোটাব পৰা নাই। তাতে আকৌ ওলোটাকৈ ক্ষমা প্ৰাৰ্থনা॥ মুখ নোতোলাকৈয়ে ক'লো—

"তেনেকৈ কৈ মোক দুখ নিদিবা ভনীটি। তোমাৰ কথাকে ভাবি মই কিমান উজাগৰী ৰজনী যাপন কৰিছোঁ, কিমান যন্ত্ৰনা পাইছো, মইতো ৰোগ যন্ত্ৰনাও সিমান অনুভৱ কৰা নাই। এই কথা মই তোমাক কেনেকৈ বুজাম ?"

কমালেৰে জোনালীয়েও চকুপানী মচিছে। কি শান্তনাৰ ভাষা আছে মোৰ ? বিমান ভুৱা-শান্তনাৰ নিষ্ফল বাক্য প্ৰযোগ কৰিম। দিযে বা সাৰ্থকতা আছে সেইবোৰ নিৰৰ্থক উপদেশ-বাণীৰ' মোৰ প্ৰাণতো মৌন ক্ৰন্দন আৰম্ভ হৈছে। সেইবোৰে মোৰ বাক্-শক্তি ৰুদ্ধ কৰিছে। নাজানো কিমান পৰ।

চিষ্টাৰ শান্তাই সন্ধিয়াৰ পাতল আহাৰ লৈ আহিছিল। কেৰালাৰ ছোৱালী। গম্ভীৰ মূৰ্ত্তি,, বৰ মৰমী হিয়া এখনি আছে। শান্তা মোৰ মানত শান্তনাৰ প্ৰতিমূৰ্ত্তি। ইংৰাজীতে ভাল কথা ক'ব পাৰে। ভঙা ভঙা অসমীয়া কৈ নিজে আৰু ভাল পায। দুযোৰিধেৰেই মযো কথা পাতিছিলোঁ শান্তাৰ লগত। দিনৰ পিছত দিন গৈছিল। আমাৰ মাজৰ পৰিচ'য়া ক্ৰমে গাঢৰ পৰা গাঢতৰ হৈছিল। সঁচাকৈয়ে আমাৰ ভিতৰত ৱাদাৰ-চিষ্টাৰৰ সম্পৰ্ক ঘটিছিল। চকু টিপিয়াই শান্তাই সুধিছিল এওঁলোক কোন। মযো পৰিচয় কৰাই দিছিলোঁ জোনালীৰ লগত। হাত-যোৰ কৰি পৰিচয়-বিনিময় কৰিছিল উভয়ে।

"চাহ অলপ আৰু এওঁলোকৰ কাৰণে ।"

"অ' চাৰ্টেইন্‌লি। সেইটো মোক কি ক'ব লাগিছে ?"

ততালিকে শান্তা কোঠাৰ পৰা ওলাই গ'ল। আমি দেন শান্তাৰ

ঘৰলৈ অহা সম্মানিত অতিথিহে। গাল অভ্যৰ্থনাৰ অকপট ব্যস্ততা। ভাল লাগি যায়। হস্পিতালৰ নিৰস, যন্ত্ৰনাদায়ক, নিষ্প্ৰাণ পৰিবেশক এই চিঠ্ঠাৰহঁতে মধুৰ, সুখকৰ এখনি স্বৰ্গ কৰি তুলিছে।

মোৰ অসুখৰ কথাকে প্ৰথম ক'ব লগা হৈছিল। ক'লো। কেনেকৈ গাওঁৰ ডাক্তাৰ জখম কিছু গুৰুতৰ বুলি কোৱাত দেউতাহঁতে মোক গুৱাহাটীলৈকে লৈ আহিল। ইয়াতে ডাক্তৰ দাস, চক্ৰবৰ্ত্তী আৰু চাৰ্জ্জন ডেকাই কিমান মৰম আৰু তৎপৰতাৰে মোৰ চিকিৎসা লৈছে, শেষত চিঠ্ঠাবহঁতৰ অকৃত্ৰিম পৰিচৰ্য্যা আৰু বন্ধু-বান্ধৱৰপৰা উদাৰ সম্ভাষণ আৰু শুভেচ্ছাত কেনেকৈ আঠ-ন দিনতে অসুখ ভাল পাই আহিছোঁ সেই সকলো চমুকৈ ক'লো। জোনালীয়েও পৰিস্থিতি বুজি অতি সংক্ষেপে ক'লে নিজৰ খবৰ।

"মোৰ সেই কম বয়সীয়া বান্ধৱীৰ দেউতাকেই গুৱাহাটীলৈ টেলিগ্ৰাম কৰিছিল। সেই মহা সঙ্কটৰ নিশা মাহী আৰু মহাদেউহঁত গৈ ওলাইছিল। তেওঁলোকেই মোক লৈ আহিছিল। তাৰ পাছত মোৰো অৱস্থা প্ৰায় শয্যাগত। যোৱা কালিৰ পৰাহে অলপ ভাল পাইছো। আজি মাহীদেউক কোৱাত সুছন্দাৰ সৈতে মোক আপোনাৰ ইয়ালৈ আহিবলৈ অনুমতি দিছে।"

এই খিনিকে মাত্ৰ কৈ জোনালী মনে মনে ৰ'ল। ময়ো একো সুধিবৰ কথা পোৱা নাই। এনেতে শান্তাই ট্ৰে এখনত চাহ বিস্কুট আৰু মাখন লগোৱা কটা লোফ্ কিছু আনি তেওঁলোকৰ আগত থ'লে। চাহৰ বাবে গাখীৰ চিনি আৰু সুকীয়াকৈ নিকা পিয়লা-পিৰিচ অনা হৈছিল। শান্তা গ'ল। জোনালীয়ে নিজে সেইবোৰ পৰিবেশন কৰি ভায়েকৰো দিলে আৰু নিজেও ল'লে। তাৰ পাছতে সুছন্দাক চকুৰে কিবা ইঙ্গিত কৰিলে।, সঁৰাজনে কমালৰ সৰু টোপোলা এটা বায়েকৰ হাতত দিলে। তাৰ পৰা দুটা ধুনীয়া আপেল আৰু কেটাৰাপামান আঙুৰ উলিয়াই পিৰিচ এখনত থৈ জোনালীয়ে মোলৈ আগবঢ়াই দিলে।

"এয়া খোৱা অসীমদা। তুমি জানো চাই থাকিবা?"

জোনালীৰ হিয়াৰ সেয়া মৰমৰ নৈবেদ্য। কেনেকৈ উপেক্ষা কৰা যায়? দুয়োখন হাতেৰে গ্ৰহণ কৰি মুখ দোৱালোঁ। তাইৰ চকুত অপূৰ্ব্ব হাঁহি। মুখত তৃপ্তিৰ পোহৰ।

সিহঁত দুয়ো চাহ খোৱাত লাগিল। লোক্‌ এটুকুৰা চাহত জুবুৰিয়াই তন্ময় কৰিয়ে জোনালীয়ে ক'লে—

"মই কিজানি দুই এদিনতে গোৱালপাৰালৈ যাব লাগিব।"

সপ্ৰশ্ন দৃষ্টিৰে তাইৰ চকুলৈ চালোঁ। মুখেৰে একো সুধিব পৰা নাই। আঙুৰ দুটামান মুখৰ ভিতৰলৈ দশিয়াই দিলোঁ। আকৌ তায়ে ক'লে—

"এনেযে। তাত দুই চাৰিজন আত্মীয় মানুহ আছে। শীতৰ বন্ধত ভাইটিহঁতো ফুৰিবলৈ যাব খুজিছে।"

"পাছে কেনে আছে মিঃ পাঠক?"

মেধি তালুকদাৰ আৰু গুপ্ত কোঠাটোলৈ সোমাই আহিল। তেওঁ-লোক অহাত জোনালী আৰু সুছন্দ থিয় হ'ল। তেওঁলোক উঠিবলৈ মানা কৰিলে। মই আকৌ বিছনাখনকে জাৰি জোকাৰি দিব খুজিছোঁ, কাৰণ কোঠাটোত আৰু চকি নাছিল। মেধি বহিল, কিন্তু বাকী দুজনে নবহে। জোনালীও পুনৰ বহিবলৈ ইচ্ছা নকৰি যাবলৈ ওলাল। ক'লে—পাৰিলে কালিলৈকে এবাৰ আহিব। ময়ো বিশেষ জোৰ নকৰি বিদায় দিলোঁ। বন্ধু দুজনে অনিচ্ছাতো আসন গ্ৰহণ কৰিলে। তেওঁলোকৰ বজাৰ কৰিব লগীয়া আছিল দেখি বহিব নোখোজে। সি যি কি নহওক—আৰু এটি নতুন অধ্যায়ৰ পাত মুকলি হ'ল।

মেধিৰ ঘৰ মৰাসুঁতিৰ ওচৰৰ কছুঁৱাবড়িত। মাকৰ শ্ৰাদ্ধত অসপতে গৈ তেওঁ ঘৰৰ পৰা আহিছে। তেওঁৰ মুখতে শুনিলোঁ ৰোমাঞ্চকৰ কাহিনীবোৰ। গুপ্তই ক'লে—

"নতুন অসমীযাত ওলোৱা সংবাদটো বেচ্‌ ইণ্টাৰেষ্টিং।

"ইম্‌টাৰেষ্টিং অৱশ্যে হয়, কিন্তু প্ৰকৃত সত্য ঘটনা তাত পৰিবেশন হোৱা নাছিল।"

কথাষাৰ কৈয়ে মেথিয়ে কাহিনীটো আৰম্ভ কৰিলে—

"সেইদিনা পুলিচ গৈ যেতিয়া মৰিশালী পায় তেতিয়া হেনো মানুহবোৰে চন্দ্ৰবীৰ শ'টো পোতা কাম শেষ কৰিছে। পুলিচে তেওঁলোকক বাধ্য কৰি আকৌ গাঁত খনাই শ বাহিৰ কৰে। খুন, জখম আদি চাই একো অনুমান কৰিব নোৱাৰিলে। শেষত শটো পোষ্ট মৰ্টেমৰ বাবে টাউনলৈ পঠাই দিব লাগে বুলি দাৰোগাই হুকুম দিলে। মানুহবোৰৰ মুখত মাত নাই। কেৱল মনো বাযনে এবাৰ উল্মুলনি দি উঠিছিল। কৈছিল—

"এইবোৰ সব ভোলাৰ পুতেকৰ কাম। সি কিবা পুৰণি শত্ৰুতাৰ হোৰ তুলিব খুজিছে।"

শিহু, বিৰিংগুটি (বিৰঙৰ ব্যঙ্গ নাম), চিৰপতি আদি পুতেক সকলেও গো গোৱাইছিল। কিন্তু পুলিচৰ হুকুম মতে চুৰ্চুৰ্কৈ সকলো কাম কৰিবলৈ বাধ্য হৈছিল। ম'হৰ গাড়ী এখন ঠিক কৰি বাতিয়েই টাউনলৈ শ নিয়াৰ ব্যৱস্থা কৰিছিল। সেইবোৰ বিসঙ্গতি দেখি গাঁওৰ লোক প্ৰায় সকলোৱে লাহে লাহে ফালৰি কাটি এৰা দিছিল। প্ৰায়বোৰেই শেষত গাওঁবুঢাক এইখন লটিঘটিৰ বাবে জগৰীয়া কৰিছিল আৰু বেছি ভাগৰে অসীম বাবুৰ কথাৰ ওপৰত বিশ্বাস আৰু প্ৰত্যয় জন্মিছিল।"

"হাঃ হা'। বেচ্ ইন্টাৰেষ্টিংতো? তাৰপৰ?"

গুপুই কথাবাৰত বৰ ৰস পাইছিল। বাকী জনেও স্থিৰ হৈ শুনি আছে। মেথিয়ে আকৌ কৈ গ'ল—

"তাৰ পাছত দুজন পুলিচ শ'টোৰ লগতে পঠাই দি দাৰোগাজন চন্দ্ৰবীইঁতৰ ঘৰলৈ গৈছিল। তাত গৈ ঘৰ-বাহিৰ আৰু চন্দ্ৰবীৰ শোৱা বিছনাৰ আশে-পাশে বহুত চোৱা-চিতা কৰে। জোনালীক অনেক প্ৰশ্ন কৰে। উত্তৰ ৰূপে জোনালীৰ পৰা জানিব পাৰে যে—গাওঁবুঢা দুদিনো নিশা গৈ বেমাৰীৰ ওচৰত বহিছিল, জেপৰ পৰা টেমা উলিয়াই তামোল খাইছিল, নাম ঘোষাৰ দুই এফাকি পঢ়িছিল আৰু চাবি

কোচাৰ মাজৰ পৰা ৰূপৰ শলা এডাল উলিয়াই দাঁত খুচৰিছিল। এঃ ৰব ৰব।"

মেধিয়ে অলপ সময় তলকা মাৰি নাকটো টিপি ধৰিলে আৰু চকুহাল অলপ কুঞ্চিত কৰি কিবা এটা কথা মনত পেলাবলৈ চেষ্টা কৰিলে।

"অ হঃ হঃ। পৰিছে মনত। দাৰোগাজান জোনালীক ইয়াকো সুধিবলৈ বাকী নেৰিলে যে গাওঁবুঢ়াইনো নাম ঘোষাৰ কি কি পদ পঢ়িছিল। তেতিয়া জোনালীয়ে হেনো পদ তিনি ফাকিমান দেখুৱাই দিছিল। আমাৰ মহাদেউজনে বেচ্ সৰ্সকৈ গাই দি মোক শুনাইছিল দেই। তেওঁৰ মুখত মই এই সকলোবোৰ বিতং বাতৰি পাইছো। তাৰে এফাকি আমি প্ৰায় সকলোৱে জানো—'কৃষ্ণ একদেৱ দুখহাৰী কাল-মায়াদিৰো অধিকাৰী।" আৰু আন এফাকি হ'ল—

"জানা শ্ৰীৰাম নাম নিজ সমস্ত শাস্ত্ৰৰ মূল বীজ
সঞ্জীৱনী প্ৰায় যাৰ মনে প্ৰবেশয়।
যদি হলাহল পান কৰে প্ৰলয় বহ্নিত যদি পৰে
মৃত্যুৰ মুখতো পৰিলেও নাহি ভয়॥"

আৰু মোৰ মনত নপৰে দেই। ইয়াকে মনত আছে। তেওঁ হেনো সেইবোৰৰ ৰাখ্যাও দিছিল যেনেকি যেনেকি। অনিচ্ছাতো শুনি শুনি জোনালীৰ বোলে তন্দ্ৰা আহি যায়। তেনে অৱস্থাতে এবাৰ 'যাওঁ সেই' বুলি বুঢ়া ওলাই গৈছিল। জোনালীয়েও ৰক্ষা পৰিলো বুলি দুৱাৰত ডাং লগাই দিছিল গৈ।"

"হা, বুঢ়াৰতো ভাল শাস্ত্ৰজ্ঞান আছে তা হ'লে দেখা যায়।"

তালুকদাৰে গুৰুৰ কথাবাৰত গুৰুত্ব নিদি মেধিক ক'লে—

"থাক কৈ যাওক চোন মেধি আৰু কি হ'ল ?"

সেইবোৰ শুনাৰ কৌতূহল আছিল মোৰেই অধিক। ময়ো তালুকদাৰৰ কথাতে সমৰ্থন দিলোঁ।

'জোনালীয়ে কৈছিল— পানী খোৱা গিলাচটো। কিদৰে টেবিলৰ তলতে ভাঙি পৰি আছিল, ডাক্তৰে তাৰে এঢোখৰ লৈ গৈছিল, মাকে হোলোকা হোলোক্ তেজ বমি কৰি কেনেকৈ অচেতন হৈ পৰিছিল— সকলো। তাৰ পাছত টেবিলৰ সকলো কাগজ পত্ৰ, টেমা টুমা, চিঠি, ঘড়ীবাহ্ আদি জাৰি জোকাৰি চোৱা হ'ল। তেনেতে কিবা এটুকুৰা বিশেষ ধৰণৰ সৰু কাগজত পুলিচৰ চকু পৰিল। দাৰোগাজনে কাগজ টুকুৰা বুটলি লৈ বৰ সতর্ক দৃষ্টিৰে চাবলৈ ধৰিলে। চচ্‌মাযোৰ পিন্ধিলৈও নিৰীক্ষণ কৰিলে। ঈষৎ কলচীয়া কাগজ টুকুৰাত ডাঠ-নীলা চিয়াহীৰে লিখা আছিল— 'Poison for M Bayan' ওচৰতে থকা ডেকা ল'ৰা এজনৰ চোকা দৃষ্টিত সেই কথা ধৰা পৰিছিল।

"হ্যা। ব্যাপাৰটা কি ৰকম?"

গুপ্তৰেই নহয়, আমাৰ দুয়োজনৰো মুখত আশ্চর্য্যৰ ভাব ফুটি উঠিছিল। পৰম উৎকণ্ঠাৰে মেধিৰ মুখলৈ চাই ৰ'লো। তেওঁ কৈ গ'ল—

"দাৰোগাজনে মূৰৰ টুপীটো খুলি আঠুৰ ওপৰত এটা কোব মাৰি আনন্দৰ উত্তেজনা প্ৰকাশ কৰিলে, আৰু লাহেকৈ ভাজ পিন্ধি লৈ কাগজ টুকুৰা জেপত ভৰালে। পাছত ইংৰাজীতে কিবা কৈ ওলাই গৈছিল বুলি মহাদেৱে কাহিনী সামৰিলে।

সেই কথাটো লৈয়ে গাওঁখনত উথল্-মাথল্, তোল-পাৰ লাগিছে বুলি শুনিবলৈ পাইছো। যোৱাকালি কাঁচি বজাৰত এজন মৰা-সুঁতিৰ পাণ-বেপাৰীৰ মুখত শুনিলো যে পুলিচ-দাৰোগাই গাওঁবুঢ়া আৰু দুজন পুত্ৰেকক এৰেষ্ট কৰি নিছিল। পাছত জামিনত বোলে আটাইকে খালাচ দিছে। কোনো এজন মতব্বৰ ধনী মণ্ডল বোলে জামিনত আছে। পিছে দিনে-ৰাতিয়ে পুলিচ-চিপাহী পিয়াপি দি-গাওঁবুঢ়াৰ খবৰ পৰা প্ৰায় ধুৰুচাই হৈছে হেনো। মানুহজনৰ মতে ইতিমধ্যে বুঢ়াৰ বোলে দুন্ন-সাত হাজাৰ খৰচ হ'ল।

মেধিয়ে কথা শেষ কৰিছিল। আমি নীৰৱে শুনি আছিলোঁ। মোৰ মনত এটা বিজয়ৰ উল্লাস অনুভৱ কৰিছিলোঁ, এটা আত্মপ্ৰসাদৰ অনুভূতি হৈছিল, স্বস্তিৰ নিশ্বাস এটা আপোনা-আপুনি ওলাই আহিছিল। তেন্তে শেহান্তত কি ধৰ্মৰেই জয় হ'ব? চন্দৰীৰ প্ৰলাপ বচন তেনেহ'লে সত্যত পৰিণত হ'ব? বাৰু দেখা যাওক কি হয়। জোনালীৰ হাতৰ দুযোখন চিঠিকে মই দেউতাৰ হাতত দিছিলোঁ। দুটা কাৰণত তেওঁক দিছিলোঁ সেইবোৰ। প্ৰথম কাৰণ হ'ল—মলোবায়নৰ ধন আত্মসাৎ কৰাৰ কু অভিপ্ৰায় আৰু চন্দৰী-জোনালীৰ ওপৰত কৰা সিহঁতৰ পৰিয়ালৰ অবৈধ আচৰণবোৰ চিঠি দুখনত প্ৰকাশ পাইছিল। গুৰুতৰ আঘাতৰ বাবে মোৰ যদি মৃত্যু হয় তেন্তে এই সত্য উদঘাটন কৰিবলৈ দেউতাতকৈ দ্বিতীয় ব্যক্তি আৰু সমাজত নাই। জোনালীহঁত নিকৃষ্ট পৰিস্থিতিৰ বলি-শালত। দ্বিতীয়টি কাৰণ হ'ল—জোনালী আৰু মোৰ মাজৰ প্ৰকৃত সম্বন্ধটো কি সেই কথা তাত সুস্পষ্টকৈ ফুটি উঠিছে। সেই চিঠি পঢ়ি নিশ্চয় দেউতাৰ মনত সত্য-বিচাৰ আৰম্ভ হ'বলৈ বাধ্য। গতিকে উভয় কাৰণতে মই জ্ঞান ঘূৰাই পোৱাৰ পিছতে দেউতালৈ সেই চিঠি হস্তান্তৰ কৰিছিলোঁ। মোৰ বিশ্বাস দেউতাৰ চেষ্টা আৰু দৃঢ়তাৰ ফলতে ঘটনাৰ এনেকুৱা জোৰ তদন্ত চলিছে। তালুকদাৰে হঠাতে প্ৰশ্ন কৰিলে—

"আচ্ছা পাঠক। আপুনিওতো ইয়াতে পৰি থাকিল। শুনিলোঁ জোনালীয়েও তাৰপৰা ক'ৰবাত গৈছে। তেন্তে বিচাৰ-তদন্তবোৰ আপোনা-আপুনি চলিছেনে?"

গুপ্তই তৎক্ষণাৎ ক'লে—

"হা তা তো চলবেই, কত টাকা-পইচাৰ কাণ্ড। পুলিচ কি বসিয়া থাকবে?"

মই গহীন ভাবে উত্তৰ দিলোঁ—

"সি যিয়ে নহওক এজন দৃঢ়মনৰ পুৰুষ ইয়াত আছে। সেই নিৰ্ভীক ব্যক্তিয়ে এই ঘটনাচক্ৰৰ গুৰিবঠা ধৰিছে। তেওঁ মোৰ

দেখিলে ওপৰৱালা, ধৰ্মগুৰু এনেকি নিজৰ পত্নী পুত্ৰাকো ক্ষমা কৰিবলৈ কুণ্ঠিত। পোনপটীয়া স্বভাব আৰু সত্যনিষ্ঠা তেওঁৰ জীৱনৰ সৰ্বস্ব।

মোৰ কথাত আটাই কেইজন বন্ধুৱে আগ্ৰহেৰে চালে আৰু কোন সেইজন বুলি সুধিলে। মই ক'লোঁ—

"পূজনীয় ভোলানাথ পাঠক। মোৰ দেউতা। তেওঁৰ নিৰ্ভীক কাৰ্য্যৰ এটা উদাহৰণ মই দিওঁ শুনক—।"

গাৰু বেইটা ভালদৰে আওঁজাই দি অলপ আৰামজনক ভাৱে মই বহি ললোঁ। উৎসুক শ্ৰোতা বন্ধুসকলে মোৰ ফালে চাই থাকিল। চিগাৰেটৰ বাহ্‌টো তেওঁলোকৰ ফালে আগবঢ়াই দিলোঁ। মই আৰম্ভ কৰিলোঁ—

"দেউতাৰ নিজৰ মুখৰ পৰা শুনা কথা। সেইবেলি বান-পানীয়ে গাঁও-ভূঁই উছন কৰিছিল। মাৰ গাত অশৌচৰ লেঠা। খৰছ অবাশ্য বেছি নাছিল বুলিয়ে ওচৰৰ প্ৰাইমাৰীখনতে কাম কৰি মা দেউতাহঁত ভালেই চলিছিল এক প্ৰকাৰ। এনেতে বৰনদীৰ কোনোবা এটা দুৰ্গম চৰলৈ দেউতাক বদলি কৰিলে। দোষ হ'ল সেই ঠাইৰ এচ আই জনৰ সকাম এটাৰ বাবে দহ সেৰ জহা চাউল দেউতাই দিব নোৱাৰিলে। সি যি নহওক, কাবৌ-কাকুতি কৰি চাইও যেতিয়া হুকুমটো উঠাই লব নোৱাৰিলে দেউতা অগত্যা চৰলৈকে গ'লগৈ। প্ৰায় ১৫/ ৬ মাইল দূৰ, পথ অতি দুৰ্গম, কেইবা ঠাইত বোকা পানী গচকি যাব লাগে, কতো নাৱেৰে আৰু অলপ ঠাইহে খোজ কাটি বা চাইকেলেৰে যাব পাৰি।

তাত গৈ কোনো চকুৱা মিঞালোকৰ গোহালি ঘৰ এটাৰ এফাল মৰাপাটৰ কাঁইৰ বেৰ দি দেউতাই থকা কৰিছিল। তাৰেই এচুকত মন গ'লে কিবা সিজাই পেটৰ ভোক গুচাইছিল। ইফালে ঘৰত মাৰ সন্ধিৰ সময়। দেলতাৰ মানসিক উদ্বিগ্নতা দিনে দিনে বৃদ্ধি হৈছিল। শনিবাৰ হ'লে দেউতাই উৰি অহাৰ দৰে ঘৰলৈ আহে আৰু সোমবাৰ হ'লে নাকী লগোৱা ম'হটোৰ দৰে চৰলৈ যায়। ইফালে

শনিবাৰে তেওঁ ছিদ্ৰ বিচাৰি ফুৰিছে। এদিন সোমবাৰে এচ্ আই মহোদায় মিঞাৰ নাও-বৈচা দিহা কৰি পুৱাতে গৈ স্কুলত হাজিৰ। দেউতাৰো কিবা গ্ৰহ-গতি ভাল নাছিল। বাটত নাও অপেক্ষা কৰোঁতে তেওঁৰ প্ৰায় আধা ঘণ্টামান সময় পলম হৈছিল। তাতে চেলুপাই এচ আই জনে চকু পকাই দেউতাক ককৰ্থনা কৰে। পলম হোৱাৰ আচল কাৰণটো কোৱতো দেউতালৈ ভ্ৰূক্ষেপ নকৰি ঠাট্টাহে কৰিলে। মিছা ফাঁকি মাৰি মাষ্টৰ বোলাবলৈ আহিছে বুলি ভেকাহি মৰাত দেউতাৰ কাণ-মূৰ গৰম হৈ উঠিছিল। তথাপি উপৰিস্থ বিষয়াৰ ওচৰত ছুনাই একো নামাতি তলমূৰ কৰি অদৃষ্টকে ধিয়াই ৰ'ল। ছাত্ৰ আৰু কেইবাজনো অভিভাৱকৰ সন্মুখত তেওঁক এইদৰে মিছলীয়া বোলাত বৰ অপমান আৰু লজ্জাবোধ কৰিছিল।

তাৰ পাছতে শিক্ষকৰ 'স্কীম বুকটো' উলিয়াই লৈ দেউতাক ক'লে যে জুনলৈকে সকলো বিষয় আৰু শ্ৰেণীৰ পাঠ্যক্ৰম সম্পূৰ্ণকৈ লিখা হোৱা নাই। দেউতাই কৈছিল যে তেওঁ কামত সোমোৱা মাত্ৰ এমাহ হৈছে। থকা খোৱা আৰু ঘৰুৱা অসুবিধাত কাম বাকী আছে যদিও শিক্ষাদানত মুঠেই ক্ৰুটী কৰা নাই। এচ্ আই মহোদয়ে খঙতে বহীখন দূৰলৈকে দলিয়াই দিছিল। দুটামান পাত ছিৰি বহীখন গৈ এচুকত পৰিছিল।

এইবাৰ ছাত্ৰৰ বহী-পত্ৰবোৰ চালে। তাতো কেইবাজন ল'ৰাৰ বহী নোহোৱাত, বহীত শিক্ষকৰ চহী নোহোৱা আদি এশ এবুৰি দোষকে পালে। গতিকে দেউতাৰ চাকৰি যে যাব সি প্ৰায় খাটাং। অন্ততঃ একো নহ'লেও 'চাচ্পেন্সন' যে হ'ব সি ধ্ৰুৱপ। দেউতাই কোনো প্ৰতিবাদ নকৰিলে। চাকৰিৰ প্ৰতি আগ্ৰহ বা ভাবুকিৰ প্ৰতি তিলমানো ভয় প্ৰকাশ নকৰি গম্ভীৰ হৈ ৰ'ল।

মাহৰ শেষত শিক্ষক সকলৰ কেন্দ্ৰীয় কমিটি বহিছিল। তাত এচ্ আই মহোদয়ৰ দুৰ্নীতিৰ কথা শতমুখে আলোচিত হৈছিল। আগৰ মাহত খুলশালিয়েকৰ বিয়া বুলি সকলো শিক্ষকৰ পৰা দহ

টকাকৈ জিজিয়া কৰ লৈছিল, এজনৰ স্কীম বুকটোৰ ভুল ধৰি ঘৰত নি থৈ দিছিল, পাছত শিক্ষকজনক মাতি পঠাই ভয় খুৱালে যে— ডেৰ শ টকা নিদিলে বহীটো ডি আইক দেখুৱাই চাকৰি খেদাব। প্ৰতি মাহৰ বিলত ভুল ধৰি টকা খোৱাটো এটা ৰীতিগত কথাই, তাৰ উপৰিও চাহ খাবলৈ বুলি দুটকাৰ পৰা পাচ টকা লোবাটোতো কোনো দ্বিধাবোধ নকৰে। আটাইতকৈ লাভৰ খানি হ'ল সেই দুৰ্গম ঠাইৰ স্কুল কেইখন। সেইবোৰলৈ শিক্ষক বদলি কৰা আৰু তিনি চাৰিশ টকা ভেঁটী লৈ তাৰ পৰা নিষ্কৃতি দিয়া এটা সুন্দৰ কৌশল। দেউতাই সেই চৰৰ পৰা বদলি হৈ অহা হিতেন বৰ্মনক লগ পাইছিল। তেওঁ ক'লে যে নগদ তিনি শ দিয়াৰ পাছতহে ডেৰ বছৰৰ মূৰত বদলি হৈ আহিছে। শুনি শুনি দেউতাৰ তেজ উতলি গৈছিল। তেওঁ ভিতৰুৱা বৈঠক পাতি শিক্ষক সকলক বুজালে যে এই দুৰ্নীতিৰ অৱসান ঘটাবলৈ আটায়ে এক গোট হ'ব লাগে, প্ৰস্তাৱ লব লাগে। প্ৰকৃত ঘটনা কিছুমানৰ প্ৰমাণ সহ শিক্ষাধিকাৰ, শিক্ষা মন্ত্ৰী আদিলৈযো বিচাৰৰ আবেদন কৰিব লাগে। কিন্তু নিঃস্ব, দুৰ্ব্বল আৰু সেই কাৰণেই ভীৰু শিক্ষকসকলে পুলুকা পুলুকি কৰি সভা ভঙ্গ কৰিলে। কেইজনমানে কথাটোত মত দিছিল যদিও অন্তত কাৰ্য্যকৰী ব্যৱস্থা একো নহ'ল।

দেউতা হঠাতে উগ্ৰ মূৰ্ত্তি ধাৰণ কৰি থিয় দিলে, আৰু ভীৰু কাপুৰুষ এনে অধঃপতিত শিক্ষক জাতিৰ কল্যাণ নাই বুলি সমাজ ত্যাগ কৰিলে।

সন্ধিয়া ভোজ ভাতবো দিহা আছিল। তালৈ এচ্ আই আৰু ডি আই মহোদয়ো নিমন্ত্ৰিত হৈছিল। কেইবাজনেও হাতে-পাতে ধৰি দেউতাক থাকিবলৈ কোৱাতো তেওঁ মুগুনি শুচি গ'ল।

সন্ধিয়া লাইট জলাই উৎসৱমুখৰ ভোজমেলাৰ বৈঠক আৰম্ভ কৰিছে। ডি আই., এচ্. আই আহি বহিছে। এনেতে দেউতা উপস্থিত। তেওঁ এচ্ আই. মহোদয়ক এফলীয়াকৈ মাতি নিলে। লাইটৰ জলপ

কাম ছায়াত ফুচ্‌ফুচীয়াকৈ কিবা মেল পাতিলে, বদলিৰ কথা ক'লে, এচ্‌ আয়ে টকা তিনিশ পালে কালিয়েই হুকুম দিয়াব পাৰে বুলিলে। দেউতাই ভুৰমল মাৰোৱাৰীৰ পৰা অলপ আগতে অনা নম্বৰী নোট্‌ তিনিখন টিপতে তেওঁৰ হাতত দিলে। সিজনেও জেপত ভৰালে।

তাৰ পাছত দুয়ো আহি মিটিঙত যোগ দিলে। এচ্‌ আই মহোদয় আসনত বহাৰ লগে লগে দেউতা থিয় হ'ল। স্কুলবোৰৰ কেনেকৈ উন্নতি সাধিব পাৰি তাৰেই এটা গভীৰ আলোচনা কৰি ডি আই মহোদয় ব্যস্ত আছিল। এনেতে দেউতাই বজ্ৰগম্ভীৰস্বৰে মাত লগালে—

"মই মহোদয়ক সুধিব পাৰোনে যে পৰিদৰ্শন আৰু পৰিচালনাৰ ধৰ্ম্ম আসনত বহি যিখন দেশৰ ডি আই, এচ্‌ আই আদিয়ে নানা দুৰ্নীতিৰ পৃষ্ঠপোষকতা কৰে সেই দেশৰ প্ৰাথমিক শিক্ষাৰ কিবা উন্নতি বা প্ৰগতি হ'ব পাৰে ?"

কথাষাৰত ডি আই মহোদয়ৰ চকু থিয় হৈছিল, শিক্ষকসকলেও চকু কাণ একেলগে থিয় কৰি দেউতাৰ ফালে চাইছিল। ডি আয়ে কথাষাৰ আৰু ভালকৈ, স্পষ্টকৈ ক'বলৈ দেউতাক কৈছিল। তেওঁ ক'লে—

"ধৰক আপুনি বা এচ্‌ আই মহোদয়ে যদি আমাৰ ঘৰে দুখীয়া শিক্ষকৰ পৰাও শ শ টকা ভেঁটী খাই তামাক বদলি কৰি, চাকৰি খেদোৱাৰ ভয় দেখুৱাই নানা লটিঘটি কৰে, তেন্তে এইখন ঠাইৰ শিক্ষাৰ কিবা সুফল আশা কৰিব পাৰিনে ?"

ডি আই মহোদয় অগ্নিশৰ্মা হৈ টেবিলত ভুকুৱাই থিয় হ'ল, হাতত লাগি পানীৰ গিলাচ দুটা পৰি ভাগিল, সকলো জোল হ'ল। ইংৰাজীতে তেওঁৰ লেক্‌চাৰ ওলাল। ব্যৱহাৰ ঠিক নোহোৱা হ'ল।

"তুমি ইয়াৰ কৈফিয়ৎ দিব লাগিব। উপযুক্ত প্ৰমাণ দিব নোৱাৰিলে তোমাৰ ওপৰত 'ডিচিপ্লিনেৰী একচন' লোৱা হ'ব, 'ডিফেমেচন কেচ চুট' কৰা হ'ব।"

দেউতাই অতি গহীন আৰু ভদ্ৰভাৱে উত্তৰ দিলে—

দায়ীত্ব সম্পন্ন বিষয়া এজন হৈ আপুনি সাধাৰণ শিষ্টাচাৰ ৰীতিও পাহৰি গৈছে। খং দেখুৱাই, একচন লৈ মহত্ব দেখুৱাবলৈ পাছতো বহুত সময় পাব। সম্প্ৰতি মোৰ কথাৰ প্ৰমাণ ওচৰতে বহি থকা আপোনাৰ সহকাৰী বিষয়াক সোধক।"

এচ্ আই মহোদয় ইতিমধ্যে উচ্পিচাই আছিল, তাৰ পৰা উঠি পলাব পাৰিলেই যেন ৰক্ষা। কিন্তু দেউতাৰ বাঘ দৃষ্টিৰ অনুশাসন এৰাই তেওঁৰ পলোৱাটো সম্ভৱ হৈ নুঠিল। এতিয়া পোনপটীয়া চিকাৰ হৈ পৰাত তেওঁৰ সৰ্ব্বশৰীৰ ঘামি গৈছে। থৰক্ বৰকৈ থিয় দি তেওঁ সেপ্টুকি ক'লে—

"মিছা। সেইবোৰ মিছা কথা, মই কি জানো? ভোজলৈ মাতি মোক এইদৰে অপমান কৰা ঠিক হোৱা নাই।"

ডি আই মহোদয়ে আকৌ আঙুলি জোকাৰিলে। সকলো শিক্ষকৰে ইয়াত ষড়যন্ত্ৰ আছে বুলি গালি শপনি পাৰি তেওঁলোক ওপাই যাবলৈ খুজিলে। এখন মহা হৈ চৈ আৰম্ভ হ'ল। তেতিয়া কেইবাজনো প্ৰবীণ শিক্ষকে একেলগে কৈ উঠিল যে ভোলা বাবুই ইয়াৰ উপযুক্ত প্ৰমাণ নিদিলে সমূহ শিক্ষকেই তেওঁৰ ওপৰত ব্যৱস্থা ল'বলৈ বাধ্য হ'ব। তেতিয়া দেউতাই লাহেকৈ ক'লে—

"অনুগ্ৰহ কৰি এচ্ আই মহোদয়ৰ জেপত চাওঁক, তেওঁ এই মাত্ৰ মোৰ পৰা তিনিখন নম্বৰী নোট লৈহে বদলি কৰাৰ প্ৰতিশ্ৰুতি দিছে। আগৰ শিক্ষক হিতেন বৰ্ম্মাৰো নগদ তিনিশ পাইহে তেওঁ বদলি কৰিছে। সত্য আৰু ধৰ্ম্মৰ প্ৰতি যদি তিলমানো ভয় আছে, তেন্তে হিতেন বৰ্ম্মায়ো এই কথা মিছা মাতিব নোৱাৰে।"

আটাইবোৰ শিক্ষকৰে মাতবোল নোহোৱা হৈছিল। ডি আই মহোদয়ে কৌতুহল মিশ্ৰিত সপ্ৰশ্ন দৃষ্টিৰে এচ্ আই মহোদয়ৰ মুখলৈ চালে। এটি মুহূৰ্ত্ত মাত্ৰ বিব্ৰত অৱস্থাত মুখৰ বৰণ কেইবাবাৰো সলনি কৰি হঠাতে এচ্ আই মহোদয়ে কৈ গজ্গজাই উঠিল যে টাউনৰ

কিতাপ দোকানীৰ পৰা তেওঁ পাব লগা তিনিশ টকাৰ নোট তিনিখন জেপত থকাটো হয়। সেই কথাটো অলপ আগতে ভোলা পাঠকে কথা প্ৰসঙ্গত তেওঁৰ পৰা জানিছিল। কিন্তু সেইবুলি সেই নোট তিনিখন তেওঁৰ বুলি কেনেকৈ দাবী কৰিব পাৰে। ই বৰ আচৰিত কথা। ইয়াত নিশ্চয় উপস্থিত বুদ্ধি থটোৱা দুৰভিসন্ধি আছে। তেওঁ দেউতাক সাৱধান কৰি ক'লে যে নিজৰ ভৱিষ্যত নষ্ট নকৰি এতিয়াও কথাষাৰ মিছা বুলি উঠাই লওঁক। তেওঁ নোট তিনিখন এবাৰ উলিয়াই দেখুৱাই আকৌ জেপত ভৰালে।"

দৰ্শক আৰু শ্ৰোতা মণ্ডলীয়ে এইবাৰ এচ্ আই মহোদয়ৰ কথাতে প্ৰত্যয় যোৱা যেন দেখা গ'ল। সকলোৱে ৰহস্যজনকভাৱে দেউতাৰ ফালে চালে। ডি আই মহোদয়ৰ চকু চক্‌মক্‌কৈ জ্বলি উঠিছিল। তেনেতে দেউতাই জেপৰ পৰা ডায়েৰী বহীটো বাহিৰ কৰি মৃদু সুৰত ক'লে—

'উপস্থিত বুদ্ধি মোৰ যে সিয়ান, ঘাগু বিষয়াজনৰ এই প্ৰত্যুৎপন্ন নাইবা মতিচ্ছন্ন উক্তি তাক আপোনালোকে চাওঁক। এই মোৰ ডায়েৰী বহীত অলপ আগতে ভুঁৰমল কেঞাৰ পৰা ধাৰ লোৱা নোট তিনিখনৰ নম্বৰ লিখি ৰাখিছোঁ, মহোদয়ে দয়া কৰি নোট তিনিখন ডি আই মহোদয়ক দিয়ক আৰু তেওঁ মোৰ বহীৰ নম্বৰৰ লগত মিলাই চাওঁক। তাৰ পাছত হয়তো তেখেতে ক'ব লাগিব যে মই মেজিক বা ভেলেকি বিদ্যা জানো। কিন্তু মই তাৰো যথোচিত উত্তৰ দিবলৈ প্ৰস্তুত আছোঁ। সম্প্ৰতি মোৰ কথাৰ সত্যাসত্য প্ৰমাণ কৰা হওঁক।" আটাইবোৰ শিক্ষকে নোট উলিয়াই দিয়ক, নোট উলিয়াই দিয়ক, নোট উলিয়াই দিয়কৈ চিঞৰিবলৈ ধৰিলে। কম্পিত হাতেৰে এচ্ আই মহোদয়ে নোট তিনিখন ডি আই মহোদয়ক দিলে। নম্বৰ আখৰে আখৰে মিলিল।

দেউতাই প্ৰশ্ন কৰিলে—

ইয়াৰ পাছতো বিষয়াজনৰ কিবা ক'বলগীয়া আছেনে?

ডি আই মহোদয়ৰ এইবাৰ আমাৰ সততাৰ ওপৰত অকণ বিশ্বাস জন্মিছেনে ?"

মুখত চূণ-ছাই সনাৰ দৰে বিবৰ্ণ হৈ এচ্ আই বহি পৰিছিল। ডি আইৰ মুখো ক'লা পৰিছিল। তাৰ পাছত ঘ'ৰ নোট তাতে এৰি থৈয়ে উঠি বিমৰ্ষমনে গুচি গ'ল। শিক্ষক সকলে কাকুতি মিনতি কৰি ধৰাতো প্ৰীতি ভোজলৈ অপেক্ষা নকৰি গাড়ী চলাই দিলে।"

"হায় হায়! কি যে সাংঘাতিক কাণ্ড। এই সব কি সচাই ঘটিছিল ?"

ইমান পৰে গুপ্ত স্তব্ধ হৈ শুনি থাকি শেহত আশ্চৰ্য্য প্ৰকাশ কৰে। বাকী দুজনে মাত্ৰ দেউতাৰ ব্যক্তিত্বৰ কাৰণেহে অধিক উৎসাহ আৰু গৌৰৱ অনুভৱ কৰে। মই কাহিনীটো সামৰিবলৈ ক'লো—

"যাবৰ সময়ত বিষয়া দুজনে দেউতাক এনেকৈ চাইছিল যেন ফণাৰ ওচৰতে হানি ধৰা ফণীনীহে বিষাক্ত দৃষ্টিৰে বিষ ঢালিব, কিন্তু ফণা তুলি ফোঁচ্ ফোঁচাবও নোৱাৰে, খুটিবও নোৱাৰে যেদি আহি। দুদিন পাছতে দেউতাক চল্লিচ মাইল আঁতৰৰ এখন অতি দুৰ্গম ঠাইলৈকে বদলি কৰিছিল, আৰু পূৰ্ব্ব পৰিকল্পিত ভাবে ষড়যন্ত্ৰ কৰি মনে মনে জেপত নোট ভৰাই দি সেইদৰে লাঞ্চিত কৰা বুলি দেউতাৰ বিৰুদ্ধে অভিযোগ আনিছিল। তাৰেই ফল স্বৰূপে দেউতাই বিষযাজনক প্ৰহাৰ কৰিবলৈ বাধ্য হৈ চাকৰিৰ নামত জলাঞ্জলি দিছিল।"

"আঃ! যেচতো আপনাৰ ফাদাৰ। এই স্বাধীন, লৌহমানৱ আমৰা চাই।"

বন্ধু তিনিজন যাবলৈ উঠিল। বজাৰ কৰা নহ'ল বুলি দুজনে অলপ আপচোচ্ কৰিলে। মই ক'লোঁ—

"আপোনালোকক পাই কিমান যে ভাল লাগিল। মই যে মেধাবী পাটীত সেই কথা একেবাৰে পাহৰি আছিলোঁ। দয়া কৰি আহি থাকিব দেই।" হাত যোৰ কৰি তেওঁলোকক বিদায় দিলোঁ।

"মণি-লেখা" ছপাশাল। বয়সত বৰ বেছিদিন নহ'লও কাৰ্য্য তৎপৰতা, ভাল ছপা আৰু ভদ্ৰোচিত আদান-প্ৰদানৰ বাবে চিপঙত ইযাৰ সুনাম হৈছিল। লাহে লাহে অসমৰ আন আন ঠাইৰ পৰাও কাম আহিবলৈ ধৰিলে। মই সেই প্ৰেছৰ মেনেজাৰ হৈ পূৰ্ব্বৰ চাকৰি এৰি দিছিলোঁ। অসমীয়াত শেষ উপাধিটো লোৱাৰ পাছত নীৰস হিচাপ-নিকাচৰ কথাত লাগি থাকিবলৈ আৰু মন নোহোৱা হৈছিল। সাহিত্য, সুকুমাৰ কলাৰ প্ৰতি থকা ৰুচি আৰু সুপ্ত অনুৰাগৰ পৰিপূৰক হ'ব বুলিয়ে এই নতুন কামটো বাছি লৈছিলোঁ। প্ৰেছৰ সত্বাধিকাৰী সুশীল চৌধুৰীযে কৈছিল যে পাছলৈ তেওঁ মোকো তাৰে এটা অংশীদাৰ কৰি লব।

ছপাশালৰ কামত যথেষ্ট আনন্দ আছে, আমনিও হয়তো তেনেকৈ নোহোৱা নহয়। দহ বজাৰ পৰা চাৰি পাঁচ বজালৈ যন্ত্ৰটোৰ ঘেৰ্ ঘেৰণি শুনি শুনি কেতিয়াবা বেয়া লাগি যায়। ঘৰত জিৰণিৰ সময়তো, এনেকি টোপনিতো যেন সেই এক ঘেযা শব্দটো কাণত বাজিয়ে আছে তেনেকুৱা লাগে। চিঠি, জাননী, ৰচিদ বহী, পৰীক্ষাৰ প্ৰশ্ন, ফৰম প্ৰমাণ পত্ৰ আদিৰ কামেই প্ৰথমে বেছি কৰা হৈছিল। সেইবোৰত খাটনিও কম আৰু কম সময়তে লাভো হয় অধিক। সম্প্ৰতি আলোচনী আৰু কিতাপৰ কাম বহুতো লোৱা হৈছে। সেইবোৰত বেছি খাটিব লগা হয় যদিও ভাষা, সাহিত্য, ব্যাকৰণ আদিৰ চৰ্চ্চা হয় যথেষ্টৰূপে।

দীঘলীয়া দিনৰ অভিজ্ঞতা নাই হোৱা যদিও ছপাকামৰ কেইটামান অসুবিধাও পাইছোঁ। বহুত লিখকে ভুল চুকবোৰ চাই আমাকেই ঠিক কৰি দিবলৈ কয়। এইবোৰ প্ৰায়ে নতুন লিখক। কিছুমান লিখক আছে নিজৰ ভুল বানান বা অৰ্থহীন অনৰ্থক দীঘলীয়া বাক্য

নাইবা ব্যাকৰণ অশুদ্ধি আদিত হাত দিলেই কোঁচ্ কোঁচাই উঠে। সেইসোকৰ বন্ধমূলক ধাৰণাটো সলনি কৰাত একেবাৰে অসন্মত। প্ৰুফ্ চোৱা কামতো দুই এজনে বৰ বিৰক্তিৰ সৃষ্টি কৰে। টকা পইচাৰ ক্ষেত্ৰত দুখীয়া লিখক দুই এজনে শেষত অসমৰ্থতা প্ৰকাশ কৰে। অগত্যা কিতাপকে নিনিয়াকৈ তেওঁলোকে আমাৰ লগত সম্পৰ্ক এৰি দিয়ে। কোনোৱে আকৌ ছপাকাম আধাখিনি হওঁতেই অসুবিধা দেখুৱাই কাম বন্ধ কৰিছে, লগে লগে লেঠা-পিঠাবোৰো এৰিছে তেনেকৈ। সি যি কি নহওঁক সকলো কামত সুবিধা-অসুবিধা দুটা ফাল আছেই। এই সকলোবোৰৰ মাজেদিয়ে মানুহে বৰ্মত উন্নতি বা প্ৰগতি লভি গৈ আছে।

নিশা হ'লে এটি সঙ্গীত সম্ভৱত যোগদান কৰি মনৰ হেৰোৱা সুষমা খিনি ঘূৰাই পোৱাৰ চেষ্টা কৰোঁ। আবেলি কেতিয়াবা বজাৰ কৰি, কেতিয়াবা উঠা-নমা আলি বগৰাই আৰু ধুনীয়া ধুনীয়ে ঘৰ, অফিচ্, লেক্ আৰু প্ৰাকৃতিক দৃশ্য আদি চাই সময় কটাই দিওঁ। পুৱা হ'লে যিমান পাৰোঁ পলমকৈ উঠোঁ। চিলডীমা নিহাশীৰ কোমল উমকণি একেবাৰে নিৰংকুশ ভাবেই উপভোগ কৰি লওঁ। বেলিকৈ উঠি সেই মধুৰ আমেজ অলপো ভঙ্গ নকৰি বিছনাতে একাপ গৰম চাহ খাই লওঁ। তাৰ পাছত দেখোঁ যে হাত মুখ ধুই, ক্ষৌৰ কৰ্ম কৰি শৌচাচাৰ, স্নানাহাৰ আদি শেষ কৰো মানে কামলৈ যাবৰ হ'লেই। এইদৰেই কটাই দিছোঁ বহু দিন, মাহ। লাহে লাহে দুই তিনিটা বছৰো বাগৰি যায়।

মই থাকো প্ৰেছৰে এটা ধুনীয়া কোঠাত। মাজে মাজে চৌধুৰী আহে। বৰ সদালাপী, সুগঠী মুখৰ মানুহজন। গৌৰীপুৰৰ ফালে ঘৰ। পিতাকৰ মাটি সম্পত্তি অগাধ। বি এ পঢ়িয়ে স্বাধীন ব্যৱসায়ত লাগি আৰু নপঢ়িলে। ধুনীয়া ঘৈণী আৰু এটি শিশু কন্যা আছে। স্বৰ্গপুৰী যেন এখন সুন্দৰ সংসাৰ। ঈৰ্ষা লাগি যাৰ পৰাকৈ ভাল। অৱশ্যে মই সেইদৰে নাভাবোঁ।

মাজে মাজে মনটো এনেয়ে চিন্তৰ দৰে ভাৰবীয়া হৈ পৰে। ফেৰ্ ফেৰীয়া বতাহজাকৰ দৰে মনৰ চুকে কোনে থকা পুৰণি স্মৃতিবোৰে গা শিৰ শিৰাই যায়। অতীতৰ কত সঙ্গীত কাণত আপুনি আহি বাজে। চকুৰ পৰ্দাত কিমান ছবি আহি বুলনি দি যায়। চিনেমাৰ ছবিৰ দৰে লানি লগাই ঘটনাবোৰ ভাবি ভাবি শেষত সেই এটি দৃশ্যত যেন সকলো ক্রম ছিন্ন-ভিন্ন হৈ যায়। বীল ছিগি কথা-ছবি বন্ধ হৈ যোৱাৰ দৰে মোৰ জীৱনৰ কোনোবাখিনিতো যেন আঁত হেৰাই হাঁহাকাৰ কৰি উঠিব খোজে। বুজোঁ বুজোঁকৈ বহুদিন ধৰি ধ্যান-মনন কৰা এটি বিষয় যেন হঠাতে ছুৰ্ব্বোধ্য হৈ আন্ধাৰত মিলি যায়।

বহুদিন আগৰ কথা। সেই দিনাই মই হস্পিটালৰ পৰা ওলাম। মনটো বৰ পাতল পাতল লাগিছিল। দোক্-মোকালিতে উঠিয়েই হাত-মুখ ধুই এবাৰ বাগিচাৰ চাৰিওফালে ঘূৰি আকৌ বিছনাত বাগৰ মাৰিলোঁ। ছুৱাৰত হুক্ লগোৱা নহ'ল। হঠাত দেখিলোঁ ৰঙীন শাৰী পিন্ধা ছোৱালী এজনী কোঠালৈ সোমাই আহিল। আহিয়ে মোৰ মুখলৈ নোচোৱাকৈ তাই ভৰি ছুখনত মূৰটো থলে। মুখেৰে কিবা এটা কৈছিল, কিন্তু বুজা নগ'ল। গাত ৰোমাঞ্চ আৰু অন্তৰত বিস্ময়ৰ ভাব জাগিছিল। হাতেৰে তুলি তাইক ওচৰলৈ অনাৰ চেষ্টা কৰিলোঁ। সেইবাৰ তাই মোৰ বুকুতে পৰি হাত ছুখনেৰে জোৰেৰে আঁকোৱালি ধৰিলে।

সেইজনী জোনালী। তাই কান্দিছিল। কন্দাৰ কাৰণেই তাই কথা ক'ব পৰা নাছিল। মোৰো ক'বলৈ একো নাছিল। বৰং সেই নিকুঁট পুৱাতে, তেনে নিৰ্জ্জন পৰিবেশত এজনী গাভৰুৰ উম লগা স্পৰ্শ আৰু হিয়া ভৰা মৰমৰ বিনিময় কৰি প্ৰাণ চঞ্চল হৈ উঠিছিল। বাৰিষাৰ ভৰা নদীৰ দৰে দেহৰ শিৰা উপশিৰাত তপত তেজৰ বানহে যেন উঠিছিল। নাজানো তেজৰ সেয়া কি ৰঙীয়া বান। কিয় বাৰু অকস্মাতে মোৰ তেজেও মাতি উঠিল সিদিনা? যৌৱন হাতেৰে মযো

জোনালীৰ মুখটো সাৱটি ধৰিছিলোঁ। ইখন হাত তাইৰ অনাবৃত পৃষ্ঠদেশত ঘনাই সঞ্চালন কৰিলোঁ অধীৰ আবেগত।

বুকুতে মুখ গুজি ৰাখিয়ে তাই কৈছিল—

"আশীৰ্ব্বাদ কৰা, মই যেন জীৱনত এই মৰম নেহেৰুৱাও। ঈশ্বৰক খাটো মই যেন তোমাক আপোনতকৈও আপোন কৰি লব পাৰোঁ।

তৎক্ষণাৎ বন্ধন এৰি জোনালী থিয় হৈছিল আৰু 'বিদায়' বুলি কৈ দুৱাৰৰ ওচৰ পাইছিল। মই বিস্ময়ত বুৰ গৈ সুধিলোঁ—

"ক'লৈ ?"

"গোৱালপাৰা। সেয়া কেইবাবাৰো গাড়ীৰ হৰ্ণ বাজিছে।"

বিজুলী গতিত তাই কোঠাৰ পৰা বাহিৰ হৈ গৈছিল। মৰমৰ মধুৰ স্মৃতি এটি কিন্তু মোৰ বুকুৰ মাজতে এৰি থৈ গ'ল। আজি তিনি চাৰি বছৰে তাক বৰ যতনকৈ মই ৰক্ষা কৰি আছো। কিন্তু জোনালীৰ কি হ'ল ? তাই ক'লৈ গ'ল কি কৰিলে ? সেই একে চিন্তাবোৰকে কৰি কৰি মন আৰু ভাগৰি পৰিছে। অতদিনে ইমান অকৃতজ্ঞ, ইমান নিষ্ঠুৰ হ'বলৈ তাই পাৰিলে কেনেকৈ ? তাই জানো বাচি আছে ? অন্ততঃ নমৰা হ'লে তাইৰ হাতৰ আখৰ এটি নিশ্চয় পালোঁহেঁতেন। কোনে জানে হতভাগিনী জোনালী কোন কালৰাহুৰ গ্ৰাসত পৰি নিঃচিহ্ন হৈ গৈছে ? কোনে জানে কি মৰ্ম বেদনা সহিব নোৱাৰি তাই নিজৰ জীৱনৰ ওপৰত কি প্ৰতিশোধ লৈছে। ৰবিবৰীয়া আবেলিটো বিছনাতে পৰি পৰি ভাবৰ মেঘালি-ৰাজ্যত উৰি ঘূৰি ফুৰিছো।

ঘড়ীত চাৰিটা বাজিল। আজি বিডন জলপ্ৰপাতৰ ফালেই এপাক মাৰি আহিব পাৰোঁচোন। এৰা, সেয়ে ভাল কথা। ক'লা সাজপাৰ যোৰ পিন্ধি খোজ ললোঁ। অকলশৰে। ভৰি অলপ কোবেৰেই চলিছিল।

হো-হোৱনি অনাহত শব্দ কৰি গিৰি নিৰ্ঝৰিণীয়ে অনন্তকাল সেই প্ৰকৃতি ৰাজ্য মুখৰিত কৰি আছে। নিৰৱচ্ছিন্ন সেই বিশ্ববীণৰ মধুৰ ঝঙ্কাৰ, গভীৰ গৰ্জন। অনেক দূৰৰপৰাই কাণত সেই মূৰ্চ্ছনাৰ আঘাত

আহি বাজিলে অন্তৰ ছুক্ ছুক্ কৰে। সংসাৰৰ অলীক ভাব ৰাশি জহি-টুটি যাবলৈ ধৰে। লাহে লাহে আকৰ্ষণ তীব্ৰ হৈ উঠে। কেতিয়া পাওঁ, কেতিয়া দেখোঁ কৈ অধীৰ আবেগত খোজ খৰতৰ্ হৈ পৰে। সেই সৌন্দৰ্য্য সঙ্গীতৰ এটা মূক আকৰ্ষণ আছে, চুম্বকৰ দৰে বাপৰে টানি নিব পাৰে সেই শক্তিয়ে। মনত পৰে বিশ্বকবিৰ আবেগময়ী ভাষা—

"ডাকে যেন ডাকে যেন
সিন্ধু মোৰে ডাকে যেন।"

নিৰ্ঝ'ৰিণীক "মহাসমুদ্ৰে মাতে, মোক যেন কলকণ্ঠী নিৰ্ঝ'ৰিণীয়ে মাতিছে।

থ'ৰ বিথৰে উচ্চ-অনুচ্চ গভীৰ সেউজবুলীয়া পাহাৰৰ শাৰী। ইটোৰ বোকোচাত সিটো উঠি, ইটিৰ কাষত সিটিয়ে নীৰবে থিয় হৈ, ৰহি, শুই যেন অলেখ সৰু বৰ পাহাৰ-টিলাই বিশ্ব স্ৰষ্টাৰ বিশ্ব মেলা চাই আছে— কত যুগ, কত শতাব্দী। ওপৰৰ পৰা এখন বগা ধুতী যেন বহল দীঘল হৈ ওলমি পৰিছে। বৰ বৰ শিলত খুন্দা-খুন্দলি খাই নিৰ্মল সলিলধাৰা ফাঁহ ফাঁহ কৈ নেওঠা কঁপাহ যেন হৈ পৰিছে। ফেনিল গৰ্জ্জন কৰি কোনো ঠাইত বাষ্প আৰু কুহেলিকাৰ সৃষ্টি কৰিছে। জলৰূপী নাৰায়ণৰ বহুৰূপী মায়াজাল চাই বিভোৰ হ'লোঁ। বাক্‌শক্তিৰ লগতে চলৎশক্তিও হ্ৰাস হৈ আহিছিল। হঠাৎ ৰৈ গ'লোঁ। অকলশৰীয়া নিৰিবিলি ঠাইৰ শিল এচটাত বহি পৰিলোঁ।

তেনেতে দেখিলোঁ হাত টৰাধৰি কৰি এহাল ডেকা-গাভৰু মনৰ উলাহত পখিলা উৰাদি মোৰ সমুখেদিয়ে গুচি গ'ল। পৰিচিত পৰিচিত যেন লগা, নাতিদীৰ্ঘ শৰীৰ, শুভ্ৰ মুখাবলয়ৱ্ আৰু গমনৰ ভঙ্গী সেই তৰুণীৰ। চকুৰে চকুৰে চাৰ নোৱাৰাৰ বাবে আৰু নতুন পৰিবেশত, অভিনৱ বেশ-ভূষাৰে মই বিশ্বাস কৰিবলৈ টানো পাইছোঁ যে সেইজনী মই ভবা জোৱালী জোনালী। সুঠাম সুকোমল দেহত তাইৰ যৌৱন

উথলি পৰিছিল। লগত সেইজন দীৰ্ঘাকৃতিৰ ক'লা কোট-পেণ্ট পৰিহিত কোন লোক? গাভৰুৰ যুৱতীয়া ঠিক ডেকা বুলি নোৱাৰি। ত্ৰিছ পঁযত্ৰিছৰ ভিতৰত বয়স হ'ব। মনৰ সন্দেহ ক্ৰমে ঘনীভূত হোৱাত কৌতুহলো বাঢ়ি গ'ল।

থিয় হৈ সিহঁতৰ গতিবিধি সন্তৰ্পণে নিৰীক্ষণ কৰিলোঁ। মোৰ উপস্থিতি সিহঁতৰ অজ্ঞাত আছিল। লাহে লাহে মযো কিছু আগ বাঢ়িলোঁ। সিহঁত দুয়ো এটা বেঁকা পাথৰে কিছু ওপৰত থকা ডাঙৰ শিল এটাৰ ফালে আগবাঢ়িছিল। এডাল সৰল গছৰ আঁৰৰ পৰাই মই ভালকৈ লক্ষ্য কৰিব পাৰিছিলোঁ। যুৱতীক হাতত ধৰি মানুহজনে শিলাটোৰ ওপৰলৈ তুলি নিলে। জল-তৰঙ্গৰ ফালে মুখ কৰি মানুহজন বহিল, নিচেই কাষতে গাতে গা লগাই বহিল তৰুণী। পশ্চিম ফালৰ পৰা অস্তগামী অৰুণৰ ৰক্তিম আভা ছিটিকি পৰি গাভৰুৰ গাল মুখ আৰক্তিম হৈ উঠিছিল। মই সূক্ষ্ম দৃষ্টিৰে লক্ষ্য কৰিলোঁ, চিনিবৰ চেষ্টা কৰিলোঁ। কিন্তু তথাপিও যে নিঃসন্দেহ হ'ব নোৱাৰিলোঁ। ভাবিলো কিঞ্চিৎ আগবঢাই ভাল। দেখিলোঁ মানুহ-জনে তাইৰ খামুচীযা ককালত হাত এখনেৰে কেকোৰাৰ দৰে চেপি ধৰিলে। তৎক্ষণাতে দৃশ্যপট পৰিৱৰ্তন হ'ল। ভৰিদুখন ওলোমাই দি সিজনৰ কোলাতে ইজনীও চিত হৈ শুই পৰিল। ৰবিৰ ৰশ্মিত স্ফীত যৌৱনা গাভৰুৰ দেহাবয়বৰ অসমান ৰেখা জিলিকি উঠিছিল। পুথিৰ পদ এফাঁকি মনত পৰিল—

"বিচিত্ৰ মন্দিৰে সৰোবৰ তীৰে
কৰিলে বিবিধ ক্ৰীয়া।
কামিনীক পাই পাছে যদুৰাই
এৰাইল মদন পীড়া॥

সুস্থ ৰুচিবোধ আৰু শালীনতাই সেই দৃশ্য চাবলৈ মোক কুণ্ঠিত কৰি তুলিলে। মনৰ প্ৰশ্নৰ সঠিক উত্তৰ আৰু বিচাৰিবৰ ধৈৰ্য্য নাথাকিল। ইফালে মোৰ ঘৰলৈও তালেখিনি বাট। এটা পাতল

সন্দেহ আৰু উৎপণ্ঠাৰে তৰু বেষ্টিত পহীন সান্ধ্যপথ অকলে বুলিলোঁ। হৃদয় ভাবাক্রান্ত হৈ উঠিছিল। মনৰ সেই একেটা প্রশ্নই মোক আলাতন কৰি তুলিছিল। সেইজনী জানো জোনালী নহয়? তেন্তে কি তাই বাচি আছে? বাচি আছে নাৰীৰ সৰ্ব্বস্ব সম্পদ বৈভৱেৰে? এই অভিসাৰিকা তৰুণীয়ে জানো জোনালী?' যি এদিন ডিঙিত পাথৰ বান্ধি মৰাসুঁতিৰ কুৰত পৰি জীৱন বিসৰ্জন দিব খুজিছিল আৰু আজি জীয়া জুবিৰ পাৰত যৌৱনৰ পূৰ্ণ পাত্ৰ মুখৰ আগত তুলি ধৰি প্ৰিয়জনক নিঃশেষে পিয়াব খুজিছে। তেনেহ'লে তাই বিচাৰি পাইছে ইমান দিনে তাইৰ অন্তৰে বিচৰা আপোনজনক? তেন্তে, তেন্তে কিয় বাৰু তাই কৈছিল—"আশীৰ্বাদ কৰা, জীৱনত যেন এই মৰম নেহেৰুৱাওঁ।" হয়তো তাইৰ আজি সেই মৰমৰ প্ৰয়োজন নাই। হয়তো তাই আপোনতকৈও আপোনজনকে পাইছে, পাইছে মনৰ মানুহ।

লাজ লাগিছিল মনতে। জোনালীৰ শেষ স্পৰ্শত মোৰ বাৰু কিয় পৰাজয় ঘটিছিল? সংযমৰ কঠিন হৃদয় কিয় বাৰু মৰমৰ তাপত মমৰ দৰে গলিব খুজিছিল? শেষ মুহূৰ্ত্তত জোনালীৰ জয় হ'ল। প্ৰেমৰ জয়—নাৰীৰ জয়। কি যে মায়া শক্তি? ব্ৰহ্মমায়া। যি মায়াত দিগম্বৰ ভোলানাথো মোহিত হ'বলৈ বাধ্য। মদনক অগ্নিদৃষ্টিৰে চাই ভস্ম কৰি 'কি কৰিতে পাৰে মোক তিৰীৰ মায়াই' বুলি কৰা শিৱৰ গৰ্ব্ব নৰজিল। আৰু মই কোন কুটা?

আলিবাটৰ কাষতে এটি সৰু কীৰ্ত্তন ঘৰ আছে। আমাৰ থকা ঠাইৰ অলপ ওচৰতে। তাতে পাঠক এজনে পুথি পঢ়িছে সুৰ লগাই—

"ঘোৰ তিৰী মায়া সব মাবাতে কুৎসিত।
মহা যোগী-ঋষিবো কটাক্ষে হৰে চিত্ত॥
দৰশনে হয় তাপ-জপ যোগ ভঙ্গ।
জানি জ্ঞানীগণে এৰে কামিনীৰ সঙ্গ॥"

এৰা, মায়া! তিৰী মায়া, ব্ৰহ্মমায়া, মায়া! মায়া!! মায়ামৰ

জগত। ব্ৰহ্মাৰ মায়াশক্তিয়ে বিশ্ব-সৃষ্টিৰ মূল বুলি শাস্ত্ৰে কয়। তেন্তে সি কি কুৎসিৎ ??

মায়া ৰহস্য বিচাৰি, সৃষ্টি তত্বৰ কথা ভাবি গৈ গৈ ঘৰ উঠিছিলোঁ। হাত ভৰি নোধোৱাকৈয়ে জোতাজোৰ খুলি মোজাৰে সৈতে বিছনাত দীঘল দি পৰিলোঁ। ওচৰতে চৌধুৰীৰ ঘৰত কিবা হাঁহি আনন্দৰ বোল যেন শুনিলোঁ। নীৰৱ নিৰিবিলি, শান্তিৰ সৰু পৰিয়ালটো আজি যেন কিবা উৎসব মুখৰ হৈ উঠিছে। মাজে মাজে মিতিৰ কুটুম নাইবা ঘৰৰ পৰিয়ালৰ কোনো আহিলে তেনেকুৱা উলাহ আনন্দৰ মৃদু কোলাহল মই লক্ষ্য নকৰা নহয়। কিন্তু আজি যেন অলপ বেলেগ। আজি যেন এটা ব্যতিক্রম। মিহি কণ্ঠৰ চোকা খৰতকীয়া কথা, মাজে মাজে হিঃ হিঃ কৈ দীঘল ঢউ খেলোৱা হাঁহি, বাঃ বাঃ কৈ দিয়া হাত তালি আদিৰ শব্দ সেই ওপৰ মহলাৰ পৰা যেন টুকুৰা টুকুৰ হৈ সৰি পৰি মোৰ কোঠাৰ খিড়িকীয়েদি সোমাইছে।

মোৰ বিছনাৰ খিড়িকীখন ভালকৈ খুলি দিলোঁ। সেই পোনেই চৌধুৰীহঁতৰ ওপৰ মহলাৰ বৈঠকখানা সুন্দৰকৈ দেখা যায়। চকুত পৰিল মোৰ ফালৰ খিড়িকীখনৰ ওচৰত দুগৰাকী মহিলা। এজনীৰ মুৰত অকণমান ওৰণি আছে, বাহিৰ ফালে পিঠি দি বহিছে। আনজনীৰ চুলি বব্ কটা, এখন গোলাপী গাল, নিমজ ডিঙি আৰু কান্ধত ৰঙীন স্কাৰ্ফখনৰ কিয়ৎ অংশ দেখা যায়। সাদৃশ্য! অদ্ভুত সাদৃশ্য সেই মানুহজনীৰ লগত—যাক অলপ আগতে শিলৰ ওপৰত দেখি আহিছিলোঁ। সিফালে আৰু কোনো পুৰুষ মানুহ বহিছিল সম্ভৱ। হয়তো সেই ভদ্ৰলোক আৰু চৌধুৰী নিজে। এই মহিলা এজনী হয়তো চৌধুৰীৰ পৰিবাৰ। কিন্তু ইজনীয়ে জানো জোনালী ? মনটো উচ্পিচাই উঠিল কথাটোৰ সিদ্ধান্ত এটা কৰিবৰ বাবে। তৎক্ষণাৎ উঠি জোতাজোৰ পিন্ধিলো। বেগাই খোজ ললোঁ। বেগাই খোজ ললোঁ চৌধুৰীহঁতৰ ঘৰলৈ। বাহিৰত কোনো নাছিল। মই গৈ চোতাল পালোঁ। হাঃ হাঃ কৈ দীঘল হাঁহিৰ মিহি লহৰ এটা আহি

কাণত সোমাল, পৰিচিত পৰিচিত যেন সুৰ। কিন্তু মাইকত কোৱা মানুহৰ মাত হঠাতে বুজা টান হোৱাৰ দৰে মোৰো হৈছিল অৱস্থা।

ছিঃ ছিঃ? মই এযা কি কৰিছোঁ? ভদ্ৰলোকৰ ঘৰলৈ ভদ্ৰমহিলা আহিছে, আমোদ বিনোদন চলিছে, তেনেস্থলত মই অনাহুত, অপ্ৰত্যাশিত ভাবে গৈ ওলাম কিয়? ই জানো ভদ্ৰজনোচিত? হ'লেই বা সেযা জোনালী, তাত মোৰ কি? লাজত মুখ ৰঙা হৈ পৰিব খুজিছিল। কোনোবে আকৌ দেখিলে নেকি? ইফালে সিফালে চাই তড়িৎ গতিৰে আঁতৰি আহিলোঁ।

এইবাৰ জোতা নোখোলাকৈয়ে বিছনাত বাগৰিলোঁ। পৰাজয়ৰ গ্লানিয়ে অন্তৰ ভৰি পৰিছিল। মনটো মৰি গৈছিল। যি জোনালীক এদিন মোৰ গাত, মোৰ বুকুত পৰি লিপিট্ খাই থাকোতে চকু মেলি চোৱা নাছিলোঁ, যি ৰত্ন ভাণ্ডাৰ সমুখত উন্মুক্ত হৈ থাকোতেও তিলমানো কামনাৰ ভাব নাজাগিল, যি মদিৰা পিয়লা ভৰাই নাকৰ ওচৰত তুলি ধৰোতেও অকণ আস্বাদন কৰা নহ'ল—আজি সেই বস্তুই মোক উঠ্ বহ দি ডিঙিত জৰী লগাই যেন চোঁচৰাই লৈ ফুৰিবলৈ ধৰিছে। আৰু যদি আচলতে সেইজনী নহয়?? কেৱল জোনালীৰ এটা ভাব, এটা প্ৰতীতিয়ে মোক আধাবলীয়া কৰি তুলিছে কিয়? যদি তাই মোৰ সমুখত সঁচাই আহি ওলায়। তেন্তে মোৰ অৱস্থা কি হ'ব? ধেৎ। কি ক্ষুদ্ৰ বুদ্ধি লৈ পুৰুষ জন্ম পালোঁ। মই কি ছায়া মূৰ্ত্তিৰ পাছে পাছে লৰিবলৈ ধৰিছো—যাক কোনোমতে ধৰা নাযায়।

সাপোনতো সিদিনা দেখিলোঁ—জোনালীয়ে কোনো অচিন পুৰুষ এজনৰ ওঁঠত ওঁঠ লগাই নিবিড় সুখত চকু মুদি আছে। হঠাতে মই ওচৰলৈ যোৱা গম পাযো তন্দ্ৰালস চকুহালি আধা মেলাকৈ মোক কৈছে—

"চোৱা। এতিয়াহে মই জীৱনক বুজিব পাৰিছোঁ অসীমদা। নীৰস আদৰ্শৰ পাছত জীৱন বলি দি সংসাৰখন কৰ্কৰীয়া মৰুভূমি কৰিনো কিয়? এই গভীৰ আনন্দ, এই অপৰিমেয় সুখানুভূতি, এটি

মুহূর্ত পালেও জীবন ধন্য হয়। নাহিবা। তুমি ওচৰলৈ নাহিবা অসীমদা, মোক আমনি নকৰিবা। উস। বেয়া পালা নেকি?"

চকু মকৈকে সাৰ পাই উঠিছিলোঁ। চকু মোহাৰি বিছনাত বহিছিলোঁ। ই যে সপোন—দিঠক নহয়, পাছত বুজিব পাৰিলোঁ। কিন্তু যদি দিঠকতো সেয়ে ঘটে? কিন্তু আৰু কি? যি হ'ব লগা আছে সি হ'বই। তাক বাধা দিব কোনে? সৃষ্টিৰ চকৰি নিজ গতিত ঘূৰিব। তাত যদি, আৰু কিন্তুৰ প্ৰশ্ন নাই। আকৌ শুবলৈ চেষ্টা কৰিলোঁ।

পিছদিনা ৰাস্তাত মাইকৰ শব্দ শুনিলোঁ। নগৰ মঞ্চত সন্ধিয়া 'নট নাগৰ' শিল্পী সংঘৰ দ্বাৰা 'যুগ-বল' সামাজিক নাটক অভিনীত হ'ব। দলিয়াই দি যোৱা এখন প্ৰচাৰিকা প্ৰেমৰ ল'ৰা এজনে বুটলি আনিছিল।

অভিনব, অতি চাঞ্চল্যকাৰী, নট সূৰ্য্য খ্যাতনামা অভিনেত্ৰী, শ্ৰেষ্ঠ সুৰ শিল্পী, নৃত্য পটীয়সী আদি বছা বছা শব্দৰে চকুত লগা আখৰবোৰ পঢ়িলোঁ। নাৰী চৰিত্ৰত আছিল—হেমাঙ্গী আভাৰাণী, বিজ্ঞা, ৰেণুকা, আইভি, বিতপী, বৰ্ণালী, ৰেখাদেবী আৰু উষাদ্যুতি। পুৰুষ অভিনেতাৰ ভিতৰত—তপন, অনঙ্গ, সুনীল, স্বপ্নজিৎ, সীমন্ত, অৰূপ, তৰঙ্গ, বিপিন, দিলীপ, বিৰঙ্গ আদি বহুত নাম আছে।

এই শেষৰ নামটোত এক্ চোকতে দৃষ্টি বৈ গ'ল। শুনিছিলোঁ মদো বাযনৰ পুতেক বিৰঙ্গ কোনো থিয়েটাৰ পাৰ্টিত গৈছিল। তেন্তে কি এই 'নট নাগৰ' দলতে সিও আছে? নাৰী শিল্পী আভাৰাণীৰ নাম বহুবাৰ শুনিছোঁ। হেমাঙ্গীৰ নৃত্য আৰু ৰেণুকাৰ কৰুণ অভিনয়ত নাম আছে। অনঙ্গ চৌধুৰীৰ সুনাম অভিনেতা হিচাপে বৰ বেছি। তেওঁ "নট-নাগৰ অপেৰা পাৰ্টি"ৰ সংগঠক আৰু মালিক। মনতে ভাবিলোঁ—সন্ধিয়াটো আজি উপভোগ কৰিবই লাগিব। সাধক শিল্পী সকলে জীৱনৰ ত্যাগ-আশাৰে সুকুমাৰ-কলাৰ বন্তিগছি জ্বলাই ৰাখিব খুজি এইদৰে স্থানান্তৰত ঘূৰি ফুৰিছে। তেওঁলোকক অলপ

উৎসাহিত কৰা দৰ্কাৰ। অন্ততঃ এনে সুযোগ সুবিধাও সদায় নিমিলে।

সন্ধিয়া ঠিক চাৰে পাচ বজাৰ লগে লগেই থিয়েটাৰ আৰম্ভ হৈ গ'ল। লোক লোকাৰণ্য। বাহিৰত বিৰ্ দি বাট উলিযাব নোৱাৰি। হলৰ ভিতৰতো কুটাগছ থবলৈকো ঠাই নাই। ভাগ্যে আগধৰি টিকট কৰাই থৈছিলোঁ বুলিহে।

প্ৰথমতে নৃত্য-নাটিকা আৰম্ভ কৰিলে। নাম হল 'উষা হৰণ'। উষা হৰণ বোলোতে উষা অনিৰুদ্ধৰ প্ৰণয় আৰু শোণিতপুৰৰ কথাই মনলৈ আহে। কিন্তু সি নহয়। এজন অসমীয়া অখ্যাত বৈষ্ণব কবিৰ ৰচনা ইয়াৰ মূল। এইখন হল উষা-হৰণৰ দ্বিতীয় কল্প। মানে একে উষাৰ ৰূপমুগ্ধ হৈ নট-নাগৰ কৃষ্ণই দ্বাৰকাত সেইটো লীলা কৰিছে।

আভাৰাণী আছিল উষাৰ ভাওত। বিৰঙ্গ হ'ল অনিৰুদ্ধ। উষা অনিৰুদ্ধ মনৰ হৰিষত নাচি-বাগি ফুৰিছে। মিলনৰ পৰিতৃপ্তি চকুয়ে মুখে পৰিস্ফুট। তেনেতে ছলনা কৰি কৃষ্ণই অনিৰুদ্ধক মাতি পঠায় আৰু কিবা কাম এটাত দূৰলৈ পঠাইদি নিজে অনিৰুদ্ধৰ ৰূপ ধাৰণ কৰিলে। এইবাৰ কৃষ্ণাই অনিৰুদ্ধৰ ৰূপত উষাক দূৰৰ এক প্ৰকৃতি কুঞ্জৰ মাজলৈ লৈ যায়। এই নকল অনিৰুদ্ধৰ লগত উষাৰ কামকেলি আৰম্ভ হ'ল। অনিৰুদ্ধই উষাক আকোৱালি ধৰে—কিন্তু গাত হ'লে মুঠেই হাতৰ স্পৰ্শ নালাগে, গাত লাগো নালাগো অৱস্থাত থাকে। দূৰৰ দৰ্শকে ভাবে প্ৰণয়ীয়ে প্ৰণয়িণীক আলিঙ্গন কৰিছে। অভিনয় বাস্তৱ কৰি তোলা বুলি মনৰ ভিতৰতে বাঃ বাঃ দিছে। গালৰ ওচৰলৈ মুখ নি চুমা খায়, কিন্তু ছালত নালাগে, শূন্যতে খায়। জনতাই হুঁ বিঃ কৰি উঠে।

মোৰ ভাব হৈছিল সেইজনী জোনালী দেখোন। ৰঙ-বিৰঙ সানি তায়ে দেখোন উষা সাজিছে যেন লাগে। আৰু কালি দেখা সেই গাভৰুজনীও দেখোন অবিকল এনেকুৱাই আছিল।

মাত্র পৰিবেশ-পৰিস্থিতি আৰু সাজ পাৰ বেলেগ। উস্, যদি তাই মাতিলেহেঁতেন। কিজানি মাতটোও তাইৰ জোনালীৰ দৰেই হ'ব। পাছে হ'লেই যেনিবা জোনালীৰ দাব—তথাপি জানো তাই জোনালী হ্ব। এই জনী আভাৰাণী। আৰু সেই মানুহজনও তাতে দেখা জনৰে সৈতে একে, হুবহু সেই জনেই হ'ব। হাতৰ কাগজ খনলৈ চালো, কৃষ্ণৰ ভাওত অনঙ্গ আছে। যিয়ে হ'ল নালাগে সেইজন তাতেনো কি হ'ল? ছিঃ মই কি কথাবোৰ ভাবি মৰিব ধৰিছোঁ।

এনেতে চাৰিওফালে এটা হুলস্থুল, হুহি লাগি পৰিল। ৰিডি, সুহুৰি, হাত চাপৰি, ব্ৰেভো, এঙ্কোৰ, ছেইম্ ছেইম্—আদি সকলো প্ৰকাৰৰ, ভাব প্ৰকাশৰ শব্দ ধ্বনি হ'ল। কথাটো হ'ল অনিৰুদ্ধই আত্মবিস্মৃত হৈ উষাক সঁচাকৈ সাৱটি ধৰি ঘন ঘন চুমা খাইছে। ঠিক তেনে অৱস্থাতে সিফালে আচল অনিৰুদ্ধও আহি মঞ্চত উপস্থিত।

প্ৰেমিকাক এইদৰে চকুৰ আগতে আনে উপভোগ কৰা দেখি জাজ্বল্য বহ্নিপ্ৰায় হৈ প্ৰতিদ্বন্দ্বীক খেদি গ'ল। ঘটনাটো অতি বাস্তৱ যেন লাগি গ'ল। ৰোমহৰ্ষক, বৰ উত্তেজনাপূৰ্ণ পৰিস্থিতিৰ উদ্ভৱ হ'ল। বহুতে ধৈৰ্য্য হেৰুৱাই আপোন পাহৰি থিয় দিছিল আৰু হাত জোকাৰি তৰ্জ্জন গৰ্জ্জন আৰম্ভ কৰিছিল। সি যি নহক কৃষ্ণই তৎক্ষণাৎ নিজৰ ৰূপ ধাৰণ কৰিলত পৰিস্থিতি কিছু স্বাভাৱিক অৱস্থালৈ আহিল। সিফালে কৃষ্ণ পিতামহকো ক্ষমা নকৰি অনিৰুদ্ধ যুদ্ধত প্ৰবৃত্ত হ'ল। শেহত যেনিবা নাৰদ আদি দেৱতা সকল আহি মধ্যস্থতা কৰি কাজিয়াখন ভাঙি দিলে।

আৰম্ভণিয়ে নাটকৰ উজ্জ্বল ভৱিষ্যত ঘোষণা কৰিছিল। ৰোমাঞ্চকৰ, উত্তেজনাপূৰ্ণ হৈছিল বহুতৰ বাবে। কিন্তু তথাপি মোৰ মনত কিবা

আপচু আপচু কুৰুচিপূৰ্ণ আৰু অশুচি অশুচি ভাব এটা হৈছিল। নাৰদৰ উক্তি—জগতৰ ঈশ্বৰে কৰা কাম কেলিত একো দোষ নাই। সি লীলা-ৰসাহ, মহিমাহে ইত্যাদি কথা বৰ আওপুৰণি আৰু বৰ শাস্ত্ৰীয় যেন লাগে।

"যুগবল" সামাজিক নাটক। তাতো কৃষক মজদুৰ নেতা দিগন্তৰ পত্নী বিভাবৰীৰ ভাওত আভাৰাণী আৰু অনঙ্গ হ'ল নিজে নায়ক দিগন্ত। বিভাবৰীৰ কণ্ঠ জোনালীৰ অবিকৃত সেই মাত। সুন্দৰ নিখুঁত ভাও দিছিল আভাই। মাত্ৰ এটি দৃশ্য চায়ে মই বাহিৰলৈ আহিছিলোঁ। মূৰটো বৰকৈ বিষাইছিল। এটি চিগাৰেট জ্বলাই লৈ ধোঁৱা উৰাই উৰাই মই ঘৰলৈকেই আহিলোঁ। নাটক চোৱা আৰু নহ'ল।

পিছদিনা ৰূপৰীয়া চৌধুৰীৰ তাত এখন প্ৰীতি ভোজমেলৰ আয়োজন চলিছিল। চৌধুৰী পৰিয়াল অতি ব্যস্ত। তাৰ মাজতে পুৱা পাক এটা মাৰি চৌধুৰীয়ে মোকো নিমন্ত্ৰণ কৰি গ'ল। তেওঁ কোনো সম্পৰ্কীয় মোমায়েক মামীয়েক আৰু দুই চাৰিজন ব্যক্তিক হেনো আমন্ত্ৰণ কৰিছিল।

সিদিনা প্ৰেছত কামৰ বৰ ভিৰ পৰিছিল। তাতে এজন 'মেচিনম্যান' উপস্থিত নাছিল। ইফালে থিয়েটাৰৰ বাবে পোন্ধৰ হাজাৰ টিকট তিনি বজাৰ আগতে যেনে তেনে দিবই লাগিব। মই চেষ্টা কৰিও ঠিক বাৰ বজাত যাব নোৱাৰিলোঁ। চৌধুৰীৰ ঘৰত গৈ যেতিয়া উপস্থিত হওঁ তেতিয়া এক বাজিবলৈ মাত্ৰ দহ মিনিট বাকী।

নঙলা মুখৰ জপনা খুলিছো, ঠিক তেনেতে সমুখত সেই নাৰী-মূৰ্ত্তি—সেই মায়া নাৰী। এম্বেছেডৰ গাড়ীখনৰ কাষত লীলা ভঙ্গিত থিয় হৈ আৰোহণ-উদ্যত। চকুৱে চকুৱে পৰি গ'ল। একেবাৰে মুখামুখি। পাতল ৰঙা ওঠ, মিঠা হাঁহি, গালত সেই তিল, কুঞ্চিত অলকা, সকলো অতি স্পষ্টকৈ দৃষ্টিগোচৰ হ'ল। জোনালী বুলি

চিঞৰি দিবলৈ মুখখন মেল খাইছিল। কিন্তু উচ্চাৰিত নহ'ল—বহু-কথাই বিজুলী চমকা দি গ'ল মনৰ পৰ্দাত।

"অসীমদা। হাউ আৰ হুউ? আজি কালি থাকা কত?" একে উশাহতে জোনালীয়ে কেইবাটিও প্ৰশ্ন কৰি পেলালে। প্ৰশ্নহে কৰিলে যেন উত্তৰ শুনিবলৈ হাতত অলপো সময় নাই। সিফালে গাড়ীত ষ্টাৰ্ট দিয়া হৈছিল। এখন ভৰি গাড়ীত এখন বাহিৰত ৰাখিয়ে নাটকীয় ভঙ্গীত তাই কথা সুধিছিল, ডিঙি ভাঙি বক্ৰ দৃষ্টিৰে চাইছিল।

"আছো আৰু। থাকো ইযাতে।"

খাপ খোৱা উপযোগী উত্তৰ হৈছিল নে নাই কব নোৱাৰোঁ। মুখৰ পৰা শব্দ তিমানেই ওলাইছিল। খটপ্ কৰে দুৱাৰ বন্ধ হৈ গৈছিল। গাড়ীৰ ভিতৰত কেইবাজনীও সৌখীন ছোৱালী। প্ৰতীক্ষাৰত সঙ্গীজনৰ কাষত জোনালী বহিছিল। খিড়িকীৰে মূৰটো উলিয়াই তাই হাত জোকাৰিলে, নমস্তে দিলে। চকুৰ পচাৰতে গাড়ী এটা মিঠা আবাজ কৰি ওলাই গ'ল?

মই যোবাত পলম কৰা বুলি এটা মৃদু আপত্তি কৰিছিল মিচেছ চৌধুৰীয়ে। সন্মানিত আলহীবোৰক বিদায় দি মোক আগবঢ়ায়ে নিছিল। এখন টেবিলত দুখন থাল আৰু কিবাকিবি বস্তুত দি একালে মিচেচ্ নিজে বহিছিল। মোক আনফালে বহিবলৈ ক'লে। চৌধুৰীয়ে আলহীৰ লগতে খাইছিল।

"আপোনাৰ লগত বহিবলৈ মযে বাকী আছিলোঁ। আলহী এজনক অকলে এৰি গৃহস্থই জানো খাব পাৰি?"

মিঠা হাঁহি, অতি মধু ব্যৱহাৰ। খানা বাৰু ইয়াতকৈ আৰু কি ভাল হ'ব পাৰে? চৌধুৰীও ওচৰতে এখন চকীত বাহ কৈছিল।

"লাজ নকৰিব পাঠক। পাছে আমাৰ গৃহিণীয়ে আজি বৰ উপাদেয় ৰন্ধা-বঢ়া কৰিব পৰা নাই। অৱশ্যে সময়ো বৰ কম। তেওঁৰ গাত দোষ নাই।" চৌধুৰীৰ লগতে যোগ দি ইজনীয়েও

কলে—"চাওক বারু পাঠক। চিলঙৰ কথা। উঠোতেই আঠমান বাজিছে। কালি নিশা থিয়েটাৰ চোৱা বাবে শোৱাতো পলম হৈছিল। ইফালে বয়টোৱে মাংস লৈ আহিছে দহ বজাত। হ'ল বুলিনো মই চকুৰ পচাৰতে ভাল খানাটো তৈয়াৰ কৰি দিব পাৰোনে? মামীহঁতক আকৌ কাটাই কাটাই বাৰ বজাত ভাত লাগিবই। আহিব, খাব আৰু যাব। চেকেণ্ড এটাও হেনো অপচয় কৰিবলৈ উপায় নাই। গতিকে মোৰ কামো তেনে হ'বলৈ বাধ্য।

কাঁহীখনত মাংসৰ জোল অলপ বাকি লৈ আঙুলি দুটাৰে তাত কেইটামান ভাত লেট্‌পেটাই মই শুনি আছো। মিচেছ, চৌধুৰীয় অলপ বিৰক্তিৰে কথাখিনি কৈছিল। মই মুখলৈ চাইছিলোঁ। নিজে ৰান্ধি বাঢ়ি থুৱাই, ঘড়ীমতে আলহী সোধ্‌পোচ্‌ কৰা এনে গুণী গৃহিণী কেইজনৰ ভাগ্যত ঘটে?

"এ. থাওক। চাই ৰ'ল দেখোন। মাংস দেখোন লৰাই নাই?"

মৰম মিহলি সৌজন্যৰ ভৎসনা শুনি কেনে ভাল লাগে? মাংস খাবলৈ বা খানা উপভোগৰ যি ক্ষুধা আৰু লালসা থাকে সি মোৰ পৰা কেতিয়াবাই বিদায় লৈছিল। অন্তত জোনালীক দেখাৰ পাছত মোৰ আৰু ভোকেই নাছিল। মোৰ যেন আৰু হৈ গৈছে। মোৰ বাবে যেন কৰিব লগীয়া, ভাবিব লগীয়া আৰু একোৱেই নাই জগতত। হঠাতে চৌধুৰীয়ে কৈ উঠিল—

"আপুনি দেখোন হা না একোৱেই নামাতে। অন্ততঃ কিবা এটা মন্তব্য দিয়ক। নে আমাৰ মিচেছৰ লগত বহিবলৈ দিয়াত লাজতে মূৰ তুলিব পৰা নাই?" দুয়োজনেই হাঁহিছিল হিঃ হিঃ কৰি। ময়ো যোগ নিদি নোৱাৰিলোঁ। কিন্তু আন্তৰিকভাৱে হ'লে হাঁহিব পৰা নহ'ল। লাজ লাগিছিল সেইদৰে কোৱাৰ পাছতহে। সুধিলোঁ—

"বাৰু আপোনালোকে যে 'মামী মামী' কৰিছে কোন বাৰু তেওঁলোক?"

মিচেছ্‌ চৌধুৰীয় এটা মিচিকিয়া হাঁহি মাৰি কলে—

"উ আয। আপুনি দোখান তেতিয়া কথা কোৱা দেখিলোঁ। তেওঁৰ লগত। ময়েহে কথাটো সোঁধা বুলি ভাবি আছিলোঁ। তেওঁক কেনেকৈ জানে বুলি।"

"ও সেইজনীয তেনেহ'লে মামীযেক! আৰু মোমাযেক?"

মোৰ কথাৰ উত্তৰ এইবাৰ চৌধুৰীয়ে দিলে—

"মোমাই বোলোতে মোৰ সম্পৰ্কীয মোমাই হে। তেওঁ গাড়ীৰ ভিতৰতে বহি আছিল। বাৰু কালি থিয়েটাৰ চাবলৈ গৈছিল নে নাই?"

'গৈছিলোঁ কিন্তু দুটামান দৃশ্য চায গুচি আহিলোঁ।

"এং কিয? নাটক খুব ভাল হৈছিল নহয়? সেই যে নায়ক দিগন্তৰ পাৰ্ট কৈছিল? তেৱেঁ মোমাই। নাম অনঙ্গ চৌধুৰী।" লগতে মিচচ্ চৌধুৰীযেও কলে—

"পৰহি সন্ধিযাও তেওঁলোকক চাহ খাবলৈ মাতিছিলোঁ। লগতে আৰু কেইবা গৰাকীও ছোৱালী আহিছিল।"

"ছোৱালী?"

"ছোৱালী মানে সেই অভিনয কৰা ছোৱালীহে। তেওঁলোকৰ নহয।"

মোৰ কৌতুহল নিৰসন কৰি মিচেচ্ আৰু গিৰিয়েক উভয়ে হাঁহিলে।

"অৱশ্যে তেওঁৰ ছোৱালীও নোহোৱা নহয়—আছে, যদিও ।" চৌধুৰীয়ে কিবা কবলৈ বিচাৰি নকলে আৰু অসমাপ্ত কৰিয়ে অন্য কথা উলিযালে।

আচ্ছা পাঠক কাইলৈ এপাক গুৱাহাটীলৈকে যাওঁ বলক। কি কয়?"

মিচেচ্ চৌধুৰীয়ে চামুচেৰে মোৰ কাহীত ক্ৰীম দি দিয়ে চৌধুৰীৰ কথাত মাত দিলে—

"এঃ সেইটো কথা আকৌ সুধিব লাগিছেনে? আহক বুলি কৈ গাড়ীত ভৰাই নিলেই হ'ল।" মোৰ চকুলৈ চাই কলে—'নহয় জানো? আপুনি জানো আপত্তি কৰিব পাৰিব।"

"নিশ্চয় নোৱাৰোঁ। অন্ততঃ আপোনাৰ হাতেৰে এক প্লেট ক্ৰীম খোৱাৰ পাছত মই ইমান নিমখহাৰাম হ'ব নোৱাৰিম।"

একেলগে আটাইকেইজনেই হাঁহি দিছিলোঁ।

[ ১৭ ]

গুৱাহাটী। নতুনকৈ সজা কুহুমবৰণীয়া সৰু পকীঘৰ এটা। যেন বিশ্বকৰ্মাই ঢালাই কৰি দিছে। চাৰিফালে টিনপাতৰ বেৰ দিয়াত সোণৰ ঘড়ী এটাত কানিৰ ফিটা লগোৱা যেন লাগে। কেৰেক্ কৰে শব্দ এটা কৰি আমাৰ গাড়ীখন ৰৈ গৈছিল। লগে লগে নামি গ'ল মিচেছ্ চৌধুৰী আৰু গিৰিয়েক। চকুৰেই মোক ইঙ্গিত কৰিলে নামিবলৈ। মযো আদেশ পালন কৰিলোঁ।

কাঠৰ জপনাখন পাৰ হৈয়ে চকুত পৰিল ছুয়ো কাষে ফুলনি। বৰ শুৱনী নহয় বিশ্ৰী পৰিবেশ। কথাটো বৰ সঙ্গতিপূৰ্ণও নহয় যেন লাগে, কিয় না টিনপাতৰ বেৰৰ ভিতৰত ফুলনি মানে বোৰ্খাৰ তলত থকা শুৱনী মুখৰ দৰে। বাৰান্দাত এটা ভুটীয়া কুকুৰ বান্ধি থোৱা আছিল। সি যেন শিকলি চিঙি আহি আমাক কাঠোৰ সম্ভাষণ জনাব খোজে। বন্ধন তাৰ অসহ্য হৈ উঠিছে। মুক্ত হ'ব নোৱাৰাত ঘেং ঘেঙাই, দাঁত নিকটাই বিৰক্তিৰে আমাকেই আদৰিছে।

কৰিড'ৰেদি আমি ভিতৰ সোমাই গৈছিলোঁ। মৃদুলাৰ ( চৌধুৰীৰ কন্যা ) হাতত ধৰি মিচেছ্ চৌধুৰী আগত, তাৰ পাছত চৌধুৰী আৰু মই শেহত।

"আপুনি ইয়াতে বহক।" মোক এটা বৈঠকখানা দেখুৱাই দি চৌধুৰীহঁত একেবাৰে ভিতৰলৈ গ'ল।

মই চ'ফা এখনতে বহিলোঁ। চ'ফা যদিও বৰ লেতেৰা লেতেৰা লাগিছিল। চাফা নাছিল। অনাদৰ অযত্নত যেন বিফিউজী ডিবোতাৰ

দৰে চ'কাবোৰ বিক্ৰী হৈ পৰিছিল। যেৰত বহুতো ফাটা আছিল। সেইবোৰৰ গাতো মকৰাই কৰ্ম-কুশলতাৰ নিদৰ্শন দাঙি ধৰিছে। সৌ ছ – চা, আমি ক্ষুদ্ৰ যদিও সৃষ্টিৰ কলা-শিল্পত কোনো দিনে পিছ পৰি বহি থকা নাই। ফুলদানিত প্লাষ্টিকৰ ফুল পাত সজাই থোৱা আছে। তাৰ প্ৰতি খাজ খাপে ধূলি মাকতি পৰি অস্নাতা পাহাৰী গাভৰুৰ মুখ যেন হৈ পৰিছে। টেবিল ক্লথ এখন আছে। সুন্দৰ বন কৰা, কিন্তু আওপুৰণি হোৱা বাবে চাৰিও কাষে দহি আৰু সূঁতা ওলামি পৰিছে। হয়তো মাজত সি ফাৰি ছিৰি গৈছে, আৰু তাকে ঢাকিবলৈ ওপৰত এখন 'অইল ক্লথ' পাৰি থোৱা আছে। ঘৰ অনুপাতে খিড়িকীৰ পৰ্দ্দাবোৰো দামী আৰু দেখনিযাব নহয়। মজিয়াত দলিচা এখন আছে। কিন্তু সি নথকা হ'লেও কোঠাটোৰ সৌন্দৰ্য্য মুঠেই নকমিলহেতেন। বৰং দৰিদ্ৰতাৰ ছবি এটা মনৰ পৰা আতৰিলহেঁতেন।

অলপ পাছত "বয়" এটা আহি মুখ ধুবলৈ পানী দি গ'ল। মই বাৰান্দালৈকে যাব খুজিলোঁ, তেনেতে চৌধুৰীয়ে চিঞৰি ক'লে—

"হেয়! তেওঁক বাথৰুমটো দেখুৱাই নিদিয় কিয়?"

অলপ পাছত বয় লৰি আহি ওচৰৰ ৰুমটোৰ হুক খুলি দিলে। তাৰ পাছত আকৌ মিচেছ্ চৌধুৰীয়ে কোৱা শুনিলোঁ—

"এয় ল'ৰা! মানুহজনক গামোচাখন জানো দিলি?"

এইবাৰ লৰ মাৰি আহি সি মোক গামোচা এখন দি থৈ গ'ল। মই হাত মুখ মচি আকৌ আগৰ দৰে বহিলোঁ। অলপ পাছতে চাহ আহিল, দুখন ডিচত অলপমান ভজা পাপৰ, আধাসিজা কণী, আৰু নিমকি বিস্কুট কেইডোখৰ মান। চৌধুৰীৰ বাবেও মোৰ লগতে চাহ দিয়া হৈছিল। দুয়ো বহি একে লগেই চাহ খালোঁ। কাৰো মুখত কথা নাই। যেন হাঁহি মুখৰ এই মানুহজনৰ গাটো কিবা এটা পৰিৱৰ্ত্তন, কিবা নিৰানন্দৰ পাতল আৱৰণ পৰিছে। পৰিস্থিতিৰ

লগং খাপ খোৱা নিৰস শুকান প্ৰাণহীন কিবা যেন এটা ভাব ঘৰটোৰ ভিতৰত। মই অলপ আচৰিত হৈছিলোঁ।

"ঘৰটো কাৰ? আপোনাৰ কিবা হয় নেকি?"

মোৰ কথা শুনি চৌধুৰীয়ে টেবিলৰ ওপৰত কিলাকুটিটো দি হাতৰ তলুৱাত থুঁতৰিটো থলে আৰু অলপ লাজ পোৱাৰ দৰেই কৰলৈ ধৰিলে।

"এৰা, মই আগতেই আপোনাক কব লাগিছিল। কিন্তু নোকোৱাটো দোষেই হৈছে । ধৰক এইখনো মোৰ সম্পৰ্কীয় মোমাই এজনৰ ঘৰ। অৱশ্যে ইয়াত মামীদেউহে অকলে থাকে।"

ৰহস্যজনক ভাবে কথাষাৰ কলে আৰু আধাকোৱা সাধুৰ দৰে সামৰিলে চৌধুৰীয়ে। মই অলপ উৎকণ্ঠা বোধ কৰিছিলোঁ। কথাষাৰ যে ভালকৈ কোৱাৰ আৱশ্যক আছিল তাক চৌধুৰীয়েও বুজিছিল। সেইদেখি তেওঁ আকৌ কলে—

"বাকী এইবাৰ কথা মই আপোনাক কম পাছত। "হেই ল'ৰা? এই ফালে। এইবোৰ লৈ যাচোন।"

মনত বহুত প্ৰশ্ন হৈছিল। মামীয়েক আছে, অথচ বয়জনক এওঁলোক বহিৰাগত ব্যক্তিয়েহে নিৰ্দেশ-আদেশ দিব লগা হৈছে। কাম কৰা ল'ৰা এটা থকা স্বত্বেও বহুদিন মানুহ নথকাৰ দৰে সকলো বিশ্ৰী আৰু পাৰিপাট্য বিহীন। তেন্তে মামীয়েক কত?

তাৰ পাচত আমি নিজ নিজ কামত সজাৰলৈ বুলি ওলালোঁ। চৌধুৰীৰ গাড়ীতে ছয়ো যাম।

এনেতে মিচেচ্ চৌধুৰী ওলালহি।

"ভাত ইয়াতে খাব লাগিব। দেৰী নকৰিব দেই।" মই অলপ ইতস্ততঃ কৰিছিলোঁ। কিবা বুজিব পাৰি বুদ্ধিমতী চৌধুৰীয়ে কলে—

"গৃহস্থই নোকোৱা বুলি আকৌ সংকোচ নকৰিব। মামী 'বাথ' ৰুমতে আছে। মোক খিড়িকীয়েদি কথাষাৰ কৈ পঠাইছে।"

লাহেকৈ শলাগি থৈ আমি বাহিৰ ওলালোঁ। ভৰলুমুখৰ চ'কত হঠাতে ভেটা-ভেটি হৈ গ'ল মেধিৰ লগত। তেওঁ মোক হাত জোকাৰি মাতিলে গাড়ীৰ পৰা নামিবলৈ। শ্ৰীগুৰু প্ৰেছত কেইটামান কিতাপৰ ব্লক কৰাই নিব লগা আছিল। অগত্যা মই নামিলোঁ। চৌধুৰীক কলোঁ আগবাঢ়িবলৈ। তেৱোঁ গ'ল।

প্ৰাগজ্যোতিষপুৰ কলেজৰ আগেদি দক্ষিণৰ পাহাৰবোৰৰ কাষৰ কোনো নিৰ্জন কুটীৰ এটাৰ ফালে আমি গৈ আছোঁ। মেধিৰ কথাৰ শেষ নাই। বৰ আগ্ৰহ নেদেখুৱাকৈয়ে কথাবোৰ মই শুনিছিলোঁ। তেওঁ মোক সেই কথাবোৰ কবলৈকেই যেন বহুদিন ধৰি অপেক্ষা কৰি আছিল। আজি কবলৈ পাই কি উৎসাহ!

"ওহ পাঠক। আপুনিতো এইবোৰ কথা নাজানে? আৰু জানিবই বা কেনেকৈ? আমি শুনি আচৰিত হৈছো যে গাঁওতো মানুহে এনে জঘন্য পৈশাচিক কামবোৰ মনে মনে কৰি আছে।"

মানুহেইতো কৰে সকলো জঘন্য কাম। গাঁও-চহৰ বুলি একো কথা নাই।" মই চুটি দাৰ্শনিক মন্তব্য এটা দি যাওঁ।

"পাছে মলো গাওঁবুঢ়াইতৰ কেচটো গৈ শেহত একোৱেই নহ'ল। টকাই সকলো বুজিছে? সেই যে চন্দৰীৰ মৃত্যু। মশো বায়নে পানীৰ গিলাচত বিষ দিয়াটো সত্য। বিশেষকৈ দুটা ডাঙৰ কাৰণত সি চন্দৰীক মৰাটো আৱশ্যক হৈ পৰিছিল।"

মোৰ ফালে মেধিয়ে চায়। মোৰ মন নিৰুদ্বিগ্ন। সংসাৰত লোকে এইদৰেই নিজ প্ৰয়োজন সিদ্ধিৰ কাৰণে ভাল-বেয়া যত কাম কৰে। তাৰে কিছুমানৰ ফল হয়তো ভাল আৰু কিছুমানৰ ফল হয়তো বেয়া। কিন্তু এই ভাল-বেয়াৰ মূল্যাঙ্কনটোও সংসাৰী দৃষ্টিত হে কৰা হয়। প্ৰকৃততে ভাল কি বেয়াইবা কি তাক এটা সূত্ৰই দি কোৱা বৰ টান।

এনে আৰামদায়ক গাড়ীত উঠিয়ে নিজৰ উদ্দেশ্যত লম্বিছে, আন জন আকৌ সেই গাড়ীৰ চকাৰ তলত পৰিয়ে বক্তাক্ত হৈ চট্‌ফট্‌,

কৰি মৰিছে। মেধিৰ এটা কথাত মোৰ মনৰ ভিতৰত দহোটা ব্যাখ্যা ওলায়। তাৰে মাজতে সোধেঁ। কি দুটা কাৰণ ?"

"গাওঁবুঢ়াৰ হাতত চন্দ্ৰৰীয়ে বোলে বহুত অলঙ্কাৰ জমা থৈছিল, দুখৰ দিনত কেনেবাকৈ হেৰায় বা চোৰে নিয়ে এই ভয়ত থৈছিল ? কিন্তু শেহত যেতিয়া বস্তুখিনি আনিবলৈ যায় তাইক কিলাইহে নামাৰি খেদি দিয়ে। বৰং মাটিৰ টকা দিব লগীয়া হোবাত ওলোটাকৈ কলঙ্ক দিয়া বুলি ঘোষণা কৰে।

"ও! মাযা অৱশ্যে সেইটো কথা জানিছিলোঁ। পিছে আনটো।"

সিটো কথা আৰু মাৰাত্মক। তেওঁৰ বোলে পো নাতি এগোহালি।

'হয় আছে বহুতো।"

"তাৰে চিৰ্পতি বোলা এজনে বোলে চন্দ্ৰৰীক বৰ দৌৰাত্ম্য কৰিছিল। তাইৰ মৃত্যুৰ তিনিমাহ মান আগৰ কথা। তিখৰ গাৰো-ৱানে বোলে এদিন তাৰ মহ হাল বিচাৰি চন্দ্ৰৰীহঁতৰ বাৰীত সোমায়। তেনেতে কলগছবোৰৰ মাজত কিবা মহ্মহনি শব্দ শুনি সি সেই ফালেই মহ থকা বুলি আগবাঢে। ৰাতি অলপ আন্ধাৰ হৈছিল। ওচৰলৈ গৈ হাতৰ টিপ বাতিটো জ্বলাই যে দেখে বিবস্ত্ৰ আৰু বীভৎস অবস্থাত চন্দ্ৰৰী আৰু চিৰ্পতি। একেকোবেই তিখক ঘৰত আহি কথাটো কয়। দুই চাৰিজনে শুনি নিমিষতে চাৰিওফালে প্ৰচাৰ কৰিলে। কিন্তু ভয়ত কোনেও মুখ খুলি নকয়। এইদৰে চন্দ্ৰৰীও ভয়ত ভুঞ্জি সন্তান-সম্ভৱা হৈছিল। গঞা লোক কিছুমানে কথাটো গম নোপোৱা নহয়।

এদিন নিশা চিৰ্পতি বিবস্ত্ৰ হুয়ো তিখৰৰ ঘৰত হাজিৰ। তাৰ ঘৈণীয়েক ঘৰত নাছিল। মুখৰ আগত ডেগাৰ থিয়কৈ ধৰি চিৰ্-পতিয়ে কৈছিল বোলে তিখৰৰ পৰাহে সেই কুৎসাবোৰ ৰতনা হৈছে। গতিকে যদিহে সি গঞাৰ আগত ভবিষ্যতে কিবা কয় তেন্তে তাৰ

জীৱন শেষ কৰি দিব। ভয়তে পেপুৱা লাগিছিল যদিও নিৰাপত্তাৰ বাবে কথাটো দুই চাৰিজনক সি সকিয়াইও থৈছিল।

গতিকে পাছত গঞাৰ লোকে অনুমান কৰিছিল যে সামাজিক কলঙ্কৰ ভয়তে হয়তো বুঢাই তেনে পাপ কামলৈ আগবাঢ়িছিল। কিন্তু পুলিচ পক্ষই শেষত মত দিলে যে চন্দ্ৰীয়ে নিজে বিষ খাই মৰিছে। মধ্যবৰ্ত্তী এটাদাল এনেকৈও ভাবিবলৈ অবকাশ হ'ল যে অপবাদ, অপযশৰ ভয়ত হয়তো চন্দ্ৰীয়ে আত্মহত্যা কৰিছে।"

"এ বাদ দিয়ক সেইবোৰ কথা। আন কিবা কথা আছে যদি উলিয়াওক হে।"

মোৰ আৰু সেইবোৰ শুনিবকৈ ধৈৰ্য্য নোহোৱা হৈছিল। সৃষ্টি পাতনিৰেপৰা সম্ভৱ এইবোৰ কথা চলি আহিছে। সাপে ভেকুলী খায়, ভেকুলীয়ে পকৰুৱা খায় আৰু পকৰুৱাইও তাতকৈ সৰু আৰু দুৰ্বল কিবা প্ৰাণী খায়। এই মৰা আৰু খোৱা প্ৰয়োজনৰ ভেটিত, খাদ্য খাদকৰ সম্বন্ধত ঘটিছে। গতিকে সবল লোকেও দুৰ্বলক অত্যাচাৰ কৰে, মাৰে খায, তাতে আমাৰ কি আছে কব লগীয়া? চন্দ্ৰী দুৰ্বল দেখি তাইয খাদ্য আৰু চিৰপতিইঁত খাদক আৰু যদি চন্দ্ৰী বেছি সবলা, ধনাঢ্য ব্যক্তি হ'লহেঁতেন তেন্তে তায়ে বা কত জন নিৰীহ ডেকা ল'ৰাক কামনাৰ লেলিহান শিখাৰে চগা পকৰুৱা চেলেকা দি চেপেকি পেলালেহেঁতেন তাৰ কি ঠিক। গতিকে ইয়াৰ বিচাৰ অতি জটিল, অতি দুৰূহ। নাইবা এনেকৈও ভাবিব পাৰি অদৃষ্টৰ লিখন কোনেও খণ্ডাব নোৱাৰে। মানুহে কথাতে কয় যে জন্ম, মৃত্যু, বিবাহ এই তিনিটা কথা মনুষ্য নালাগে দেৱতাযো নেজানে। ই ডাঙৰ অভিজ্ঞতাৰ কথা, মানৱ-সভ্যতাৰ ইতিহাসত এই একোটা সৰু-সুৰা নীতি বচনৰ মূল্য নিৰূপণ কৰাই অসম্ভৱ।

বাৰে বাৰে মোৰ মনত পৰিব লাগিছে দেউতাৰ কথা। অদ্ভুত মানুহ দেউতা সেইজন। অভেদ্য দুৰ্গৰ দৰে তেওঁৰ অন্তৰ মই মুঠেই যেন বুজিব নোৱাৰিলোঁ। ত্যাজ্য কৰিলে, কিন্তু সামাজিক কাৰণত মই

যেতিয়া বিপন্ন তেতিয়া তেওঁ হাতত লাঠি লৈ ৰণস্থলত উপস্থিত। নিজে মৰণোন্মুখ, মুমূৰ্ষু কিন্তু মোৰ সাহায্য বা শুশ্ৰূষা তেওঁ যুঠেই নিৰিচাৰে। অথচ পুত্ৰৰ জীৱন বিপন্ন যেন দেখি সন্ত্ৰস্ত হৈ তৎপৰ চিকিৎসা বিধান কৰিলে, হস্পিতাললৈ নিলে, নগৰত আনি থৈ গ'ল। কিন্তু আকৌ যেতিয়া শুনিলে—মই সম্পূৰ্ণ আৰোগ্য তেওঁ মোৰ লগত আগৰ দৰেই সকলো যোগাযোগ ছিঙি সম্পৰ্ক ত্যাগ কৰিলে। কি অপৰাধত যে মই দেউতাৰ ওচৰত ইমান অপৰাধী তাক আৰু ভাবি ওৰ নাপাওঁ। ভাবি ভাবি মাত্ৰ নিৰতিশয় বিস্ময়, হতাশা আৰু গভীৰ বেদনাত হৃদয় ভৰি উঠে।

মেধিয়ে মোৰ চিন্তাক্লিষ্ট মুখ দেখি শুধিছিল—

"আপোনাৰ কি অসুখ হৈছে পাঠক। মুখখন যে ইমান শুকান আৰু ক'লা দেখিছো। কিমান বিপদ আৰু ৰোগশয্যাত থকাৰ সময়তো আপোনাক কেতিয়াও ইমান বিমৰ্ষ দেখা নাই।"

"হয় অসুখ'তা সদায় আছেই। তথাপি দেউতাৰ কথাকে ভাবি মনত বৰ দুখ।"

"কিয়, তেওঁৰ সেই অসুখটো ভাল নাই পোৱা জানো?"

"ভাল আৰু কত পায়, এনেযে বয়স হৈছে, তাতে নিম্ন ৰক্ত চাপ।'

"এনা মানুহে সুখ-সম্ভোগে ভাগ্যত সাধি আহিবও লাগে। এনে নিৰ্ভীক সত্যবাদী, এনে পৰিশ্ৰমী, সংযমী আৰু ন্যায় পৰায়ণ লোক, অথচ জীৱনটো দুখতেই গ'ল।

তেনে হ'লে আপুনিভাগ্য মানে, নহয় মেধি? মই আবেগেৰে তেওঁৰ ডিঙিত সাৱটি ধৰিলোঁ। চকুত মোৰ পানী আহিছিল। মোৰ আকস্মিক মানসিক পৰিবৰ্তন দেখি মেধি আচৰিত হৈ পৰিছিল।

"ছিঃ ছিঃ আপুনি দেখোন কান্দিছে? উঃ আপোনাকতো মই কেতিয়াও ইমান দুৰ্বল দেখা নাছিলোঁ।" তেওঁ শান্তনাৰ সুৰত কৈছিল।

"দুৰ্বল, দুৰ্বল! মই অতি দুৰ্বল মেধি! সেই দুৰ্বলতাৰ বাবেই

আজি মোৰ এই দশা। অন্তৰ দুৰ্ব্বল দেখিয়ে মই আজি প্ৰতাৰিত, সকলোৰে মৰমৰ পৰা, বিশ্বাসৰ পৰা বঞ্চিত। দুৰ্ব্বলতা, কোমলতা, সহানুভূতি, সমবেদনা এই সকলোবোৰে একেলগ হৈ ষড়যন্ত্ৰ কৰি মোক হত্যা কৰিছে। বাৰু যাওঁক সেইবোৰ। ওহ! সময় বহুত হ'ল। যাওঁ দেই। পাছত লগ পাম।”

অতি খৰ্ খেদাকৈ মই ঘূৰি আহিলোঁ। উভতি দেখোঁ মেখিয়ে মোৰ কাষেই থৰ হৈ চাই আছে। আশিৰ ভাঁজ এটাত তেওঁক নেদেখা হৈ পৰিলোঁ। চিটি বাছত উঠি গৈ শুনো পাওঁ যে তাৰ পৰা চৌধুৰী কেতিয়াবাই গৈছে। ব্লকৰ কামো বাকী। হ'লে পঠাই দিবলৈ কৈ মই নিমন্ত্ৰণৰ ঠাইলৈকে যোৱা ভাল দেখিলোঁ।

ৰিক্সা এখন ললোঁ। ঠাই বুজাই কোৱাত সি তিনি টকা দাবী কৰিলে। নামাতি তাতে উঠিলোঁ। ভৰ দুপৰীয়া ৰ'দত তিনি টকা একো কথা নহয়। মানুহ এটাৰ জীৱনটোৰ মূল্যতো তিনি টকা নহয়? পোড়েল খাৰোতে ৰিক্সাৱালাৰ ভৰিৰ সিৰ আটাইবোৰ টনটনীয়া হৈ উঠিছিল। মূৰৰ ঘাম তাৰ ভৰিৰে বৈ পৰিছিল। মুখলৈকে চাবই নোৱাৰি। প্ৰায় এঘণ্টামানৰ মূৰত ঘূৰি পকি সি মোক গৈ নমাই দিলে। সময় বাৰ বাজিছিল। চৌধুৰীহঁতে মোকেই অপেক্ষা কৰি আছিল। সোনকালে গাটো ধুই ললোঁ। কাপোৰ-কানি পিন্ধি সাজু হৈ ওলাও মানে ভিতৰলৈ মাতিলেই।

ডাইনিং টেবিলত ভাত আমাৰ দুজনৰ হে দিয়া হৈছিল। চৌধুৰী আৰু মোৰ। ডাঙৰ চুঁচ কাঁহীখনৰ কাষত পটল ভাজি, কণী এটুকুৰা আৰু পভিনা বটা এটপা, কাঁহীৰ চাৰিওফালে কেবাটিও বাটিত দাইল, মাছৰ জোল, মাংস তৰকাৰী আদি অনেক সামগ্ৰী। আমি খোৱা আৰম্ভ কৰিলোঁ। এবাৰ মিচেছ্ চৌধুৰী আহি গ'ল। তেতিয়ালৈ ঘৰৰ গৃহিণীৰ মুখ দেখা নাই। মনটোত এটা অস্বস্তিবোধ হৈ আছিল।

এনেতে হাতত এটা কাঁহৰ বাটি আৰু চামুচ লৈ অন্নপূৰ্ণাৰ দৰে তেওঁ হাজিৰ। অভাৱনীয় অতি দৈৱিক এই পৰিস্থিতি। চকুৰে

—১০

চকুৰে পৰি বিস্ময় বিস্ফোৰিত হৈ পৰিছিল দৃষ্টি। সেয়া যে জ্যোৎস্না, নহয় মূৰ্ত্তিমতী কবিতা। কিংকৰ্ত্তব্যবিমূঢ়া কবিতাৰ অৱস্থা ন যযৌ ন তস্থৌ হৈ পৰিছিল। চকুৰ পতা নিমজ্জ হৈ সন্ধিয়াৰ পদুম পাহিৰ দৰে জাপ খাই তললৈ নামিছিল। মোৰো মানসিক অৱস্থা ভাষাৰে বুজাব নোৱাৰোঁ। কল্পনাতীত এনে এটা ঘটনাৰ বাবে মই মুঠেই সাজু নাছিলোঁ, বিব্ৰত হৈ পৰিলোঁ একেবাৰে। চকুলৈ চোৱাৰ শক্তি মোৰো অন্তৰত নাছিল। ভাত খোৱা কাৰ্য্য আপোনা আপুনি বন্ধ হৈ গৈছিল। কাঁহিলৈ চাই তলমূৰ কৰি এনেয়ে নাৰি-চাৰি আছিলোঁ। পটলৰ টুকুৰা এটা। ওচৰতে সম্ভৱ টেঙাৰ জোলৰ বাটিটো চামুচেৰে সৈতে থৈ কবিতা নীৰৱে ওলাই গ'ল। ক'বলৈ একোকে ভাষা হয়তো বিচাৰি নাপালে। হয়তো আবেগৰ বিষম অৱস্থাটোক কিছু স্বাভাৱিক আৰু সংযত কৰাটো আৱশ্যক হৈ পৰিছিল। চৌধুৰীয়ে কবিতা নীৰৱে গুচি যোৱা দৃশ্য চাইছিল। কি ভাবিছিল নাজানো। কিন্তু কবিতাৰ হৈছে কি? নীলা উজ্জ্বল চকুযুৰি আৰু মৰহা গোলাপ এপাহিৰ দৰে মুখাবয়ব দেখি মাত্ৰ কবিতা বুলি চিনা যায়। ডালিমৰ দাৰে টুকটুকীয়া গাল যেন শুকান বেদানা এটালৈ ৰূপান্তৰিত হৈছে। মুখাত লাগি থকা স্বভাৱ হাঁহিটি কৰ্পূৰৰ দৰে উৰি গৈ নোহোৱা হৈছে। তেন্তে এই কবিতা চৌধুৰীৰ কোনো সম্পৰ্কীয়া মামী? কবিতা আজি মৰহা ফুলৰ পাপৰি। জ্যোৎস্না আজি শুক্লা দ্বিতীয়াৰ ক্ষীণ আভা। কিন্তু কিয়? কিয়?? কিয়??

এইবাৰ আকৌ আহিল জ্যোৎস্না লগত মিচেছ্ চৌধুৰী। হাতত এটা ক্ৰীমৰ কাচৰ বাটি। ওচৰতে থিয় হোৱাৰ লগে লগে মিচেছ চৌধুৰীয়ে মোৰ পৰিচয়টো জ্যোৎস্নাক দিলে।

"এখেতেই আমাৰ 'মণিলেখা' প্ৰেছৰ মেনেজাৰ। নাম শ্ৰীঅসীম পাঠক।"

স্নিগ্ধ নীৰৱ দৃষ্টিৰে চাই বাটিটো টেবিলত থলে আৰু পদুমৰ লেবেলা মোলানৰ দৰে হাতৰ ঠাৰি লগ কৰি মোক নমস্কাৰ দিলে।

মূৰটো নত কৰি মযো গ্ৰহণ কৰিলোঁ সেই নমস্কাৰ। তাৰ পাচত মিচেছ্ চৌধুৰীযে জ্যোৎস্নালৈ আঙুলিয়াই কলে—

"আৰু এওঁ হ'ল আমাৰ মামী। মানে মানে মোমাইদেউ হ'ল এজন কৃতী কলা-শিল্পী। সদায দূৰতে থাকে।"

মই মিচেছ্ চৌধুৰীৰ কথা কোৱাৰ ভঙ্গীলৈ ৰ' লাগি চাইছিলোঁ। যুবতীৰ গালৰ দাগ ওৰণিৰে ঢাকিবলৈ চেষ্টা কৰাৰ দৰে আছিল সেই লুক্ঢাক্। কৌচ্ছ অথচ অবুজ ভাষা। "অশ্বত্থামা হত, কিন্তু ইতি গজ" হৈযে ৰ'ল।

ইতিমধ্যে জ্যোৎস্নাই টেঙাৰ জোলখিনি প্লেট তুখনত লৰালৰিকৈ দিযেই তাৰ পৰা আঁতৰ হৈছিল। মোৰ পৰিচয জ্যোৎস্নাৰ কাৰণে আবশ্যক নাই, জ্যোৎস্নাও মোৰ অপৰিচিতা নহয। টোপনি নহা মানুহক চিঞৰি জগোৱাৰ চেষ্টা কৰা যেন হৈছিল আমাৰ পৰিচয়দান আৰু গ্ৰহণৰ কথাটো। যিযে চিনাকী কৰাই দিবলৈ গৈছে তেৱে যে নিজে নাজানি বিনোদৰ পাত্ৰ হৈছে ভাবি অলপ হাঁহিও উঠিছে। কিন্তু যাৰ পৰিচয মোৰ আবশ্যক আছিল সেই কথা অজ্ঞানাই থাকি গ'ল। তথাপি স্পষ্টকৈ সুধি লবলৈও তেতিয়া একো প্ৰয়োজন বোধ নকৰিলোঁ।

এই জ্যোৎস্নাই এদিন মনৰ দুৱাৰ মুকলি কৰি হৃদযৰ বেদিত আৰি লবলৈ হযতো এটি উৎসৱ-মুখৰ দিনত মোৰ প্ৰতীক্ষাত বৈ আছিল। এই কবিতাই হযতো ভগ্ন মনোৰথ হৈ ব্যৰ্থতাৰ গ্লানি সহিব নোৱাৰি পিচদিনাই গাঁও এৰি নগৰ পাইছিল আৰু নিৰাশাৰ কুঁৱলি আঁতৰাবলৈ কথা ছবি-গৃহৰ ফালে আগবাটি গৈছিল। হিযা উজাৰি দিযা পূজাৰ নৈবেদ্য উপেক্ষা কৰি আজি মযো যেন ৰিক্ত-সৰ্বস্বান্ত হৈ পূজাৰীৰ ওচৰত ভিক্ষাৰ জুলি পাতি অনাহূত ভাৱে উপস্থিত হৈছোঁ।

অতি নীৰব নিৰানন্দ আনুষ্ঠানিক ভোজন-পৰ্ব্ব এটা এনেকৈয়ে শেষ হৈ গৈছিল। কবলৈ গলে মাছ আৰু মাংসৰ বাটিত হাত নলগোৱাকৈয়ে মোৰ খোৱা সমাপ্ত কৰিলোঁ। কবিতাৰ হাতেৰে দিয়া

টেঙাৰ জোলখিনিকে পি শেষ কৰিলোঁ। এবাৰ উদবাপ্পি নিবাময়ৰ কাৰণে মোৰ আজি টেঙাৰেই প্ৰয়োজন আছিল বেছি।

বৈঠকখানালৈ আহি দেখিলোঁ মৃদুলাৰ সতে খেলি আছে এটি শিশু, দৰ্শনতে অনুমান হয় কবিতাৰ কলি। এটি চুটি সৰু কবিতা। নামটি কি সোধাত কলে "সুৰভি"। ডেৰ বছৰ মান হব বয়স। ঠুনক্-ঠানাক্ মাত, আধাফুটা জোনৰ দৰে হাঁহি।

ডেৰ বজা মানত আমি আহিবলৈ ওলালোঁ। অপমাৰ ওচৰলৈকে আহিছিল কবিতা। ভূঁইয়া কুকুৰটোৱে আগ ঠেং দুটা মেলি তাৰ মাজত মুখটো পেলাই দি বৰ হতাশ ভাবে আমাৰ ফালে চাই আছিল। বিদায় পৰত মাকে সুৰভিক নমস্তে দিবলৈ কোৱাত চৌধুৰীলৈ হাত তুলি কলে দাদা নমস্তে, মিচেছ্ চৌধুৰীলৈ—খুলি নমস্তে। তাৰ পাচত হাত নামি গ'ল। মুখখন ঘূৰাই মাকৰ চকুলৈ চালে। মাকে কলে দিয়া তেখেতকো নমস্তে দিব লাগে নহয়? সুৰভিয়ে অনিচ্ছাতো হাত আধাখিনি দাঙিয়ে কলে- 'ন-ম-স্তে'।

চৌধুৰী পৰিয়ালে হাঁহি দিছিল। গালত টুকুৰিয়াই মৰম কৰিছিল। মই একো কৰিব নোৱাৰিলোঁ। মোৰ একো পৰিচয় নাই শিশুৰ ওচৰত। দাদা খুলি আদি কোনো সম্বোধনৰো মই অধিকাৰী নহওঁ। দ্বিধা সঙ্কোচত শিশুৰ হাত নামি যোৱা দৰে মোৰো মনটো এনেয়ে দমি গৈছিল। এইক মৰম কৰিব খোজা হাত আপোনা আপুনি সঙ্কুচিত হৈছিল। বাগিচাৰ ফুল এপাহ হাত মেলি ছিঙি তাইৰ হাতত দি কলোঁ—

"মইনা যাওঁ দেই।"

কবিতাই চকুলৈ চাইছিল। জুৰ শান্ত চাৱনি। অন্তৰ স্পৰ্শ কৰিব কৰা গভীৰতা। আমি গাড়ীত উঠিলোঁ। সুৰভিয়ে সৰু সৰু হাত দুয়োখন জোকাৰি জোকাৰি বিদায় দিছিল। কবিতাৰ চকুত মুঠেই জ্যোতি নাছিল। তেল নোহোৱা সলিতাৰ দৰে মুমাও মুমাও কৰিছিল।

লাচিত নগৰ পাৰ হৈ মণিপাৰাৰে আমাৰ গাড়ী আগ বাঢ়িছিল। নগাঁও ৰাস্তা এৰি চিলং ৰোডেৰে গাড়ী ওপৰলৈ উঠিবলৈ ধৰিলে। চৌধুৰীয়ে কথাটো আৰম্ভ কৰিলে।

"বুজিছে পাঠক! মানুহৰ সকলো থাকিও যে এদিন জীৱনটো অতি দীন আৰু ৰিক্ত হৈ পৰে তাক ভাবিলেও মনত কষ্ট বোধ হয়।" গাড়ীৰ ষ্টিয়েৰিং পকাই এটা ভাঙ ঘূৰি তেওঁ অলপ নীৰাৱ হ'ল। পাওনিতে মই বুজিছিলোঁ চৌধুৰীয়ে অসমাপ্ত সাধুৰ বাকীচোৰা কোৱাৰ দায়িত্ব তেতিয়াও পাহৰা নাছিল। মই মাত্ৰ এটা শুনাৰ উৎসাহ ব্যঞ্জক দৃষ্টিৰে তেওঁলৈ চাইছিলোঁ।

"এই যে দেখিলে জ্যোৎস্না মামী। নাৰী হিচাপে কি সম্পাদেৰে তেওঁ বিভূষিত নাছিল? শাৰীৰিক সৌন্দৰ্য্য আৰু মানসিক শালিনতাৰে তেওঁ যেন এটি প্ৰতিমূৰ্ত্তি। কিন্তু তেওঁ আজি নাৰীৰ শ্ৰেষ্ঠ ধনকে হেৰুৱাই কাঙালিনী সাজিছে। খোৱা-পিন্ধা, ঘৰ-সম্পত্তি একোতে তেওঁৰ ৰুচি নাই, ৰতি নাই। পৰম উদাসী, সন্ন্যাসিনীৰ দৰে এটি জীৱন তেওঁ যাপন কৰিছে।

কিন্তু কিয়? এই প্ৰশ্নটো মোৰ মনত ক্ৰমে জটিলতাৰ পৰ জটিলতৰ কৰি বঢ়াই উৎকণ্ঠাহে বৃদ্ধি কৰিছিল। তথাপি মই সুধিব নোৱাৰোঁ। মাত্ৰ ধৈৰ্য্য ধৰিছো। মিচেছ্ চৌধুৰীৰ মুখতো কথা নাই। অনুমানতে ধৰিব পাৰি তেওঁ যেন জ্যোৎস্নাৰ কথাকে ভাবি তন্ময় হৈ আছে। হঠাতে তেওঁ কৈ উঠিল—

"মাত্ৰ এসাঁজ, তাকো তেওঁ নিৰামিষ আহাৰহে কৰে জানে?"

"তেন্তে আমাৰ কাৰণে ইমান আয়োজন আজি কিয়?" চৌধুৰীয়ে ঘৈণীয়েকৰ কথাত মাত দি উঠে।

"সেইটো মোৰ বাবেই বুলি ধৰক। ভাবিছিলোঁ মাছৰ জোল অকণ খুৱাবলৈ সক্ষম হব পাৰিম। বজাৰ আদিও ময়ে কৰাইছিলোঁ। কিন্তু সকলো মিছা হ'ল। মাইল, ভাজি আৰু পাখীৰ অকণৰ বাহিৰে তেওঁ একোৱেই পাতত নললে।"

চৌধুৰীয়ে এটা দীঘল হুমনীয়াহ্ পেলাইছিল। মাজাত কথা এষাৰ সুধি ভাবৰ ক্ৰমিক গতিটোত আঁৰ লগাই দিয়াৰ মোৰ ইচ্ছা নহ'ল। মিচেছ্ চৌধুৰীয়ে আকৌ কলে—

"আৰু এটা কথা শুনিলোঁ। দেউতাক ভূঞাই তেওঁক ঘৰলৈ লৈ যাম বুলি আহিছিল, কিন্তু জ্যোৎস্না মামীয়ে কি কলে জানে? কলে যে বিয়া দিয়া ছোৱালীৰ বাবে আই বোপাই আপোন নহয়। ভাই ককাইৰতো প্ৰশ্নই নুঠে। বৰং বিয়া দিয়াৰ আগতেও বহুত ককাযেক ভাযেকে ভাবে যে ভনীয়েকবিলাক মিছা একোটা বোজা। অনৰ্থক চিন্তাৰ কাৰণ। যেনেস্থলত যি ছোৱালীয়ে বিয়াৰ পাচতো ককাযেক বৌৱেকৰ মৰমক বাঞ্ছা কৰে তাই সৰি পৰা ফুলক আকৌ ঠাৰিত লগাই ভিতৰলৈ মৌ-ৰস আহিব বুলি নিষ্ফল প্ৰয়াস কৰে। দেউতাকে তেতিয়া কিছু টকা মাহে মাহে পঠোৱাৰ দিহা কৰিলে। কিন্তু কেই মাহ মানৰ পাছত সেই টকাও তেওঁ গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। সেই কথাত দেউতাকে আঘাত পাই মাকে সৈতে আহি এদিন বুজালে। তাৰ উত্তৰত মামীয়ে বোলে কৈছিল—পিতৃৰ পৰা মাসিক বেতন তেওঁ আশা নকৰে। তাতে বুঢা দেহা অস্থায়ী। যদি সন্তান বুলি কিবা উপকাৰ কৰিব খোজে তেন্তে স্বাধীন ভাবে মূৰটো সুমুৱাবলৈ এডুখুৰি ঘৰ-মাটিৰ দিহা কৰি দিয়ক। সেই বুলি কৈ বিয়াৰ যৌতুকত দিয়া সমস্ত অলঙ্কাৰৰ টোপোলাটো আনি বাপেকৰ আগত থলে। তেতিয়া মাক দেউতাক দুয়োৰে চকুত পানী ওলাইছিল। তাৰপৰা উঠি গৈযে ছান্দমাৰীত থকা নিজৰ মাটি এটুকুৰাত ঘৰ এটি সজাৰ দিহা কৰিলে। এমাহতে ঘৰ হৈ উঠিল। মোক ক'লে যে পৰহি শুক্ৰবাৰে এই ঘৰ এৰি তেওঁ গুচি যাব।"

"কিন্তু তাত গৈ কৰিব কি, চলিব কিদৰে?" চৌধুৰীয়ে প্ৰশ্ন কৰিছিল। ততালিকে উত্তৰো দিছিল ঘৈণীয়েকে।

"সেইবাবে তেওঁৰ কোনো চিন্তা নাই। ইতিমধ্যে তেওঁ উইভিং

পাছ কৰি থৈছে। নহলেও মেট্ৰিক পাছ চোকা ছোৱালী যেতিয়া অন্ততঃ প্ৰাইমাৰীত এটি চাকৰি যোগাৰ হ'ব।"

চৌধুৰী পৰিয়ালে এইদৰে জ্যোৎস্না সম্পৰ্কে বহুত কথাই আলোচনা কৰিলে। মোৰ দৰে তৃতীয় ব্যক্তি এজন যে শ্ৰোতা হৈ নীৰবে আছো সেই কথা তেওলোকে পাহৰি গৈছিল। যি যেন তেওলোকৰ নিতান্ত ঘৰুৱা বা পাৰিবাৰিক বিষয়ৰ আলোচনাহে আছিল। এনেতে মই এষাৰ কথা সুসুধি নোবাৰিলোঁ।

"আপোনালোকৰ এই সম্পৰ্কীয় মোমাযেক জন বাৰু কোন? তেওঁ কি মামীযেকক ভৰণ পোষণো নিদিযে?"

মোৰ প্ৰশ্ন শুনিহে উভযে আচৰিত আৰু লজ্জিত হোৱাৰ দৰে হ'ল। চৌধুৰীযে ঘৈণীয়েকৰ চকুলৈ চালে। মিচেছ্ চৌধুৰীযে কলে—

"সেই যে কালি আমাৰ ঘৰলৈ 'ডিনাৰ" খাবলৈ আহিছিল—অভিনেতা অনঙ্গ চৌধুৰী।"

'অনঙ্গ চৌধুৰী?" মই আচৰিত হৈ চকু থিৰ কৰিলোঁ। মুখৰ পৰা নামটো জোৰেৰে উচ্চাৰিত হৈ ওলাইছিল।

"কিন্তু আভাৰাণীহে তেওঁৰ পত্নী বুলিছিল।" মই সুধিলোঁ, "হয। আভাৰ লগত তেওঁৰ লাভ মেৰেজ, কোৰ্ট মেৰেজ আৰু জ্যোৎস্নাৰ লগত হৈছিল বৈদিক বিবাহ। জ্যোৎস্না হ'ল প্ৰাচীনা আৰু আভাৰাণী তেওঁৰ আধুনিকা পত্নী। আধুনিকাক পোৱাৰ পাছত প্ৰাচীনা অচল আৰু অনাদৃতা হৈ পৰিছে।"

মেঘবোৰে শত্ৰু সৈন্যৰদৰে পাহাৰৰ টিলাবোৰ ঘেৰাও কৰিছিল। যেন অসুৰৰ দলে সুৰেৰৰ ৰাজ্যহে আক্ৰমণ কৰিছে। কোন পূৰ্ব্ব মেঘ কোন উত্তৰ মেঘ তাৰ একো চিন-ছিন নোহোৱা হৈছিল। বিৰহিণীয়ে বিৰহী প্ৰেমিকৰ সংবাদ আশা মিছা বুলি ভাবিয়ে ধাৰাসাৰে চকুৰ পানী টুকিবলে ধৰিলে। চিপ্ চিপ্ জিপ্ জিপ্ পানীৰ মাজেদি গৈ আমাৰ গাড়ী চিলং পাইছিল।

থাকি থাকি মনটো কেতিয়াবা আপোনা আপুনি গধুৰ হৈ পৰে। কিবা যেন দুঃসংবাদ এটা পাইছোঁ, কিবা যেন দুঃস্বপ্ন এটা দেখিছো— এনেকুৱা অকাৰণ আতঙ্কত মন শিহঁৰি উঠে। কবিতাৰ কথাবোৰ মনৰ তলিৰ পৰা মুঠেই আঁতৰাব পৰা নাছিলোঁ। টিন পাতৰ বেৰৰ মাজত থকা ধুনীয়া ফুলবোৰৰ দৰে, অপঠিত সুন্দৰ কাব্য দৰে আৰু অনাঘ্ৰাত পুষ্পৰেণুৰ দৰেই আছিল কবিতাৰ জীৱন। ৰাতি বিছনাত পৰি সেই কথাকে ভাবিছিলোঁ, সেইবোৰ দৃশ্যকে দেখিছিলোঁ চকুৰ আগত। নিশা কবিতাৰ স্বপ্নকে দেখিছিলোঁ। ওচৰত থিয় হৈ শুকান মুখেৰে কবিতাই কৈছে—

"সময়ত যি দান গ্ৰহণ কৰা নহ'ল—সময়ত তাক ডানো খুজিও পোৱা যায় ?"

মই কাৰো দান প্ৰত্যাখ্যান কৰা নাই আৰু কাৰো ওচৰত দান দিয়া বুলি হাতো পতা নাই। অথচ এইবোৰ দেখো কি ? হয়তো মনৰ ভ্ৰান্তি, হয়তো অৱচেতন মনৰ সেইবোৰ স্বাপ্নিক অভিব্যক্তি। পুৱা সাৰ পাই আগৰ দৰেই গতানুগতিক জীৱন-ধাৰা আৰম্ভ কৰি দিওঁ।

সময় সাত বাজিছে। ৰান্ধনি ল'ৰাটোৱে চাহ দি গ'ল। অলপ পৈয়ে সি ঘূৰি আহি ক'লে—

"বাবু কালি ৰাতি থিয়েটাৰ নহ'ল। কিযে হুলস্থুল কাণ্ড ! পাৰ্টিৰ মানুহৰ মাজত কিবা মৰামৰি লাগি গৈছিল।"

"তইতো কালি যোৱা নাছিলি ? এইবোৰ শুনিলি ক'ত ?" মই আচৰিত হৈ সুধিলোঁ। সি ক'লে যে মানুহবোৰে নেৰা-নেপেৰাকৈ ধৰাত কালি শেষ নিশা বুলি দুটা শ্ব কৰিবলৈ বাধ্য হৈছিল। সিও চেকেণ্ড শ্ব চাবলৈ গৈছিল। পাছত নৃত্য-নাটিকা চলি থকা

অৱস্থাতে লাগি গ'ল হৈ চৈ। দৰ্শকবোৰে টিকটৰ পইচা বিচাৰি তাল-যাল লগাই দিছিল। শেহত মেনেজাৰে পিছদিনা পইচা ঘূৰাই দিয়া হ'ব বোলাতহে শান্ত হৈ সকলো ওলাই যায়।

ঘটনাটো কি হৈছিল জানিবলৈ মনটা অলপ খুত্‌খুতাইছিল। সুধিলোঁ। -"তই বাৰু একো নাজাননে ভিতৰত কিহৰ মৰামৰি হৈছিল। সি মুখখন সেমেনা-সেমেনি কৰিলে। পাছত ৰ'লমূৰ কৈ ক'লে--

"মানুহ কেইজনমানে বাট'ত কোৱা কুই কৰা শুনিছিলোঁ যে অনিৰুদ্ধৰ ভাওলোৱা জনে বোলে উষাক বেয়া ব্যৱহাৰ কৰিছিল আৰু মেনেজাৰে দেখি ছুয়োকে মৰিয়ায়।"

থোৰতে সি সামৰিব খুজিছিল। মায়ো তাক বৰ জোৰ কৰিবৰ ইচ্ছা নাছিল। এনেতে হঠাৎ চৌধুৰী মোৰ কোঠালৈ সোমাই আহিছিল। অতি ব্যস্ত আৰু উৎকণ্ঠিত ভাব। কাণৰ কাষত লাহেকৈ ক'লেহি—

"আভা মামী বোলে নিৰুদ্দেশ। ওচৰ পাজৰ ক'তো নাপাই, এই মাত্ৰ মোৰ তাত আহি অনঙ্গ মোমায়ে খবৰ দি গ'ল।"

মই অবাক হৈ তেওঁৰ মুখলৈ চাই ৰলোঁ। চৌধুৰীয়ে ক'লে—

"ওলাওক। মই গাড়ী লৈ আহিছো। পাৰোঁ যদি কিবা সহায় কৰি দিওঁ।"

যন্ত্ৰ চালিতৰ দৰেই ময়ো গাত সাজ এটা লগাই লৈ পাছে পাছে গলোঁ। ইফালে সিফালে চাৰিওফালে গাড়ী উঠা নমাকৈ গতি কৰিবলৈ ধৰিলে।

"থানাত খবৰ দিয়া হৈছিল নে?"

"সেইবোৰ তেওঁ লগে লগেই কৰিছে।" চৌধুৰীয়ে উত্তৰ দিয়ে।

"তেন্তে ট্ৰেন্সপৰ্ট বা কোনো টেক্সিত গুৱাহাটীলৈও গুচি যাব পাৰে।"

"নাই সেই কথা নাই। কিয়নো মোমায়ে কৈছে যে ৰাতি পুৱাও মুপুৱাও অৱস্থাত বিছনাৰ পৰা উঠি তেওঁ বাহিৰলৈ আহে।

মোমায়ে ভাবিলে যে ভৰি ধুবলৈকে হয়তো ওলাইছে, কিযনো কোঠাটোৰ লগতে বাথৰুম আদি নাছিল। পাছত পলম হোৱা দেখি সন্দেহ কৰি যে আহি চায় মামী বাহিৰতো কতো নাই। লগতে জানিব পাৰিলোঁ যে নিশা তেওঁলোকৰ মাজত কাজিযাও কিবা লাগিছিল।"

হঠাতে মোৰ মনতে কিবা এটা বিজুলীযাই গ'ল। মই তৎক্ষণাৎ চৌধুৰীক গাড়ী ঘূৰাবলৈ কলোঁ। কলোঁ যে বিডন প্ৰপাতৰ ফালে গাড়ী চলাওক। মোৰ মুখলৈ চাই তেওঁ সুধিলে—

"কিবা গম পাইছে নেকি?"

"নহয় কথা আছে।" মযো ইঙ্গিততে কলোঁ। গাড়ী সেই ফালে যাবলৈ ধৰিলে। মই সুধিলোঁ—

"আপুনি ঘটনাৰ বিষযে কিবা জানে নেকি?"

"হয় অলপ শুনিলোঁ,"

"কি কাজিয়া হৈছিল বাৰু?"

"হেমাঙ্গী আৰু ৰেখা বোলা ছোৱালী দুজনীও মোমাইৰ গাড়ীত আহিছিল। তেওঁলোকে দুযোকে আমাৰ ঘৰত নমাই থৈ গৈছে। সিহঁতৰ মুখেই পৰিবাৰৰ দ্বাৰা কথাটো অলপ বুজ পালোঁ।

গাড়ীৰ গতি অলপ কমাই দি চৌধুৰীযে কথাটো আৰম্ভ কৰিলে।

"কালি নিশা "চেকেণ্ড শ্ব"ৰ সমযত, সময় প্ৰায দহ মান হব। নৃত্য নাটিকা আৰম্ভ হৈছে। এনেতে মাজতে ইলেকট্ৰিক বিজুতিৰ বাবে কিছু সময শ্ব' বন্ধ ৰাখিব লগীয়া হ'ল। পোন্ধৰ কি বিশ মিনিট সময হব। হঠাতে কাৰেণ্ট আহিল। উষা ওলাব লাগে, শ্বো ঘৰত উষা নাই। মোনজাৰে (অৰ্থাৎ মোমায়ে) দেখিলে যে তাত অনিৰুদ্ধও নাই। তেওঁ তৎক্ষণাৎ ইউবিমেলৰ ফালে য়ায় আৰু গৈয়ে দেখিলে যে সেই মুহূৰ্ত্তে অনিৰুদ্ধই মামীৰ গাৰ পৰা হাত এৰি দি মুখ ঘূৰাইছে। দুয়োজনে অপ্ৰস্তুত হৈ পৰিছিল। মামী ভাগৰত কোপাইছিল, সিজনে ভযত কঁপিছিল। খণ্ডৰ ভমকত মোমাযে

তাক জোতাৰে গুৰীয়াইছিল। লাথি চৰ ভুকু খায় সি তাৰ পৰা পলাই যায়।

তাৰ পিছত মামীয়ে সেঁহাই সেঁহাই কৈছিল—

"মোৰ কোনো দোষ নাই। বিৰঙ্গই মোক বেইজ্জৎ কৰিব খুজিছিল। বলীয়ে বল কৰিলে কি উপায় আছে?"

আৰু কিবা কৰলৈ খোজোতে মোমায়ে তেওঁৰ গালতো প্ৰচণ্ড চৰ সোধাই দিলে। তেতিয়ালৈ ভাৰবীয়া ল'ৰা-ছোৱালী বেছি ভাগেই গৈ সেইখিনি পাইছিল। মোমায়ে অধৈৰ্য্য হৈ মামীক বহুতো গালি-শপনি কৰিছিল। অতীত জীবনৰ বোল বহুতো বিবা কেলেঙ্কাৰিৰ কথা তেওঁ জানিও ক্ষমা কৰি আছিল। সেইবোৰ সদৰি কৰি কৈ দি তেওঁক অনেক তিৰস্কাৰ কৰিছিল। মামীয়ে তাৰ কোনো প্ৰতিবাদ নকৰি নীৰৱে কান্দিয়ে থাকিল।

"থিয়েটাৰ কৰা আৰু নহ'ল। বাতি সকলোৱে নিজ নিজ ঠাইত গৈ শুই থাকিল। পাছত বাতিপুৱাই এই ঘটনা।"

চৌধুৰীয়ে কাহিনী শেষ কৰিছিল। বিৰঙ্গ। সেই নৰাধম বিৰি‚ গুটি। কাল শনিৰ দৰে সি জোনালীৰ জীৱনৰ প্ৰতি খোজতে বিভ্ৰাট জন্মাবলৈ চেষ্টা কৰিছে। মুখৰ পৰা গুলাই যোৱা ভেকুলীৰ দৰে জোনালীক বিৰঙ্গ-সৰ্পই দ-বাম খেদি লৈ ফুৰিছে। ছল পালেই সি এটা খোঁট নমৰাকৈ থকা নাই। জোনালীৰ জীৱনৰ গোটেইবোৰ ছবি এটাৰ পাছত এটা কৈ মনত পৰি যাবলৈ ধৰিলে। এনেতে চৌধুৰীয়ে চিঞৰি উঠিল।

"সৌ জনী, সৌ জনী। নহয়নে বাৰু সৌ জনী আভা মামী?" নিজবাৰ ওচৰৰ ওখ শিল এটাত মাৰ্ব্বলৰ দৰে জোনালী থিয় হৈ আছিল। গাড়ী তাতেই বাখি আমি দুয়ো তাইৰ ওচৰলৈকে চপলিয়াই গৈছিলোঁ। ঠিক যেন তললৈ জাপ দি পৰিবলৈ উদ্যত হৈছে। মই চিঞৰিলোঁ জোনালী! জোনালী!! একে লগেই চৌধুৰীও চিঞৰিলে —আভা মামী!

কোনো শব্দৰ প্ৰতি সহাৰি নিদি জপংকৈ পৰি গ'ল। লগে লাগে সকলো শেষ। দৈৱৰ নিৰ্ব্বন্ধ। এদিন এটা পৰিবেশত জোনালীক মৃত্যু-মুখৰ পৰা বচাব পাৰিছিলোঁ, আজি আন এটা পৰিস্থিতিত তাইৰ ঐচ্ছিক মৃত্যু নিজ চকুৰেই দেখিলোঁ। পুৰণি প্ৰবাদ এটালৈ মনত পৰিল—

সাপে খায়, জুয়ে পোৰে যদি মৰে জলে,
এই তিনিজন মৰে নিজ কৰ্ম ফলে।

আকৌ ভাবিলোঁ জোনালীয়ে আত্মহত্যাহে কৰিলে, তাইকতো সাপে খোৱা নাই, জুয়ে পোৰা নাই আকৌ পানীত ডুবিও মৰাতো ই নহয়। মনৰ ভিতৰত কোনোবাই সৰুকৈ কলে—তাইক কাল সৰ্পই খেদি লৈ ফুৰিছে, মনৰ জ্বলা জুইত তাই দহিছে পুৰিছে আৰু কৰ্মফল হেতুকে তাই পানীত জাপ দিয়ে তাই মৰিল।

সেই শিলটোৰ ওপৰত এখন ৰঙা কাপোৰ নিচানৰ দৰে উৰি আছিল। আমি গৈ তাত উপস্থিত হলোঁ। দেখিলোঁ ৰঙীণ শাৰী এটুকুৰা শিলৰ ওপৰত থৈ আন শিল এটাৰে হেঁচি ৰখা হৈছে। কাপোৰৰ চুকটো লাহেকৈ শিলৰ চেপাৰ পৰা টানি উলিয়ালোঁ। চিয়াহিৰে তাত লিখা আছিল—অভিনয় কৰি আৰু বাস্তৱ জীৱনৰ অভিনয়তো এই বেদনাদায়ক তিক্ত অভিজ্ঞতা লাভ কৰিলোঁ। নাৰী সদায় পুৰুষৰ খেলাৰ পুতলা। কাৰো খেলাত কোনো বাধা হ'লেই সংঘৰ্ষ। স্বাৰ্থে স্বাৰ্থে সংঘাত। পুতলাৰ তাত কোনো হাত নাই, মাত নাই। এটি জৰ্জৰিত পুতলাৰ বিদায়—

—অভিনেত্ৰী আভাৰাণী।

আমি বিমৰ্ষ মনে উভতি আহিছিলোঁ। চৌধুৰীয়ে সুধিছিল—মই কিয় জোনালী জোনালী কৈ চিঞৰিলোঁ, খুব সংক্ষেপে কৈছিলোঁ যে তাইক মই আগৰে পৰা চিনি পাইছিলোঁ; তাইৰ আচল নাম জোনালীহে আছিল। চৌধুৰীক বিদায় দি মই অলস, অৱসন্ন দেহটো বিছনাত পেলাই দিছিলোঁ। কেবাঘণ্টাও এইদৰে কটাই দিছিলোঁ। বাৰ মান বজাতহে প্ৰেছৰ ফালে পাক এটি মাৰিলোঁ।

এঘণ্টা মান কাম কৰাৰ পিছত পিয়ন এজন আহি দি গ'ল এখন টেলিগ্ৰাম। নিৰুদ্বিগ্ন চিত্তেই খুলি চালোঁ। গুৱাহাটীৰ পৰা মেখিয়ে মাতিছে। ভাত কোৱা হৈছে যে দেউতাৰ টান, অতি শীঘ্ৰে মই যাব লাগে।

চিঠিখন জেপত ভৰাই লাহেকৈ ওলাই আহিলোঁ। প্ৰেছৰ মানুহক কাম কিছুমান বুজাই দি থৈ আহিলোঁ। চৌধুৰীৰ তালৈ যাবলৈ আৰু মন নহ'ল। ৰান্ধনি ল'ৰাটোৰ হাতত চিঠি এটুকুৰা লিখি কৈ থৈ আহিলো। আটৈ বজাৰ ট্ৰিপতে ট্ৰেন্সপোৰ্ট গাড়ীত উঠা হৈছিল।

আগদিনানে গুৱাহাটীৰ পৰা আহিলোঁ, মেখিকো তাত লগ পোৱা হৈছিল, অথচ দেউতাৰ কোনো অসুখৰ খবৰ পোৱা নহ'ল। আজি হঠাতে আকৌ টেলিগ্ৰাম কিয়? আৰু মোক মাতিছেও গুবাহাটীলৈ। আকাশ পাতাল ভাবি ভাবিয়ে গৈ আছিলোঁ। কিজানি দেউতাক হস্পিটালত আনিছে, কিজানি গুৱাগাটীৰ ঘৰতে আহি আছে। আৰু হয়তো গাঁওত থাকিলেও থাকিব পাৰে। কিন্তু মই এতিয়া যাম কলৈ? মনত ভাবিলোঁ, প্ৰথমতে গৈ মেখিক লগ ধৰাটোৱে উচিত হ'ব। যিহেতু তেওঁ টেলিগ্ৰাম কৰিছে, সকলো কথা তেৰেঁ জানিব।

সন্ধিয়াৰ লাগ লাগ গুৱাহাটী আহি পালোঁ। গাড়ীৰ পৰা নামিয়ে ৰিক্সা এখনত উঠিলোঁ। সময় সাত বাজিছিল। প্ৰায় ৪৫ মিনিট মান যোৱাৰ পাছত মেখিৰ বহা পালোঁগৈ। চোতালতে আৰামীখনত দীঘল দি মেখিয়ে জুৰ লৈছিল। মোক দেখিয়ে হাতত ধৰি টানি লৈ গ'ল আৰু আৰামীখনত বহুৱাই দি নিজে ভিতৰ সোমাল। কাৰো মুখত কথা নাই। শাৰদী নিশাৰ পাতল বতাহ এছাটিয়ে গা জুৰ লগাইছিল। দূৰৰ পৰা শেৱালি ফুলৰ মৃদু গন্ধ এটিও আহি নাকত লাগিছিল।

"দেউতাকৰ খবৰ কি? তেওঁ আছে ক'ত?" একে উশাহতে মই

মেখিক সুধিছিলোঁ। ভিতৰৰ পৰা চকী এখন উলিয়াই তেওঁ কাষত বহিল আৰু ক'বলৈ ধৰিলে—

"আজি দুপৰীয়া এঘাৰ মান বজাত শান্তিৰাম নামৰ এজন মানুহ আমাৰ অফিচলৈ গৈ আপোনাক বিচাৰিছিল। মই তেওঁক এবাৰ আপোনাৰ অসুখত 'হস্পিটাশত দেখিছিলোঁ। ওলাই গৈ কথা সোধাত কলে যে আপোনাৰ দেউতাৰ অসুখ টান। তেওঁ বোলে আপোনাৰ ঠিকনা নেজানে, গতিকে মযে টেলিগ্ৰামখন কৰি দিলোঁ। দেউতাক ক'ত আছে বুলি সোধাত মানুহজনে কৈছিল যে ইয়াতে নিজৰ মুৰাত আছে তেওঁলোক আজি কেবাদিনো।

"অসুখ কেনে ধৰণৰ একো সোধা নাছিল নে?" মই সুধিলোঁ।

মানুহজনে তেতিয়া কলে যে গুৱাহাটীলৈ অহা সময়ত বিশেষ একো অসুখ নাছিল। এদিন দুদিনতে তেওঁ গাঁওলৈ ঘূৰি যোৱা কথা আছিল। কিন্তু তিনিদিনৰ পাছতো গৈ যেতিয়া ঘৰ নোলাল তেতিয়া সেই মানুহজনে বিচাৰি আহে, আৰু আহি দেখে যে বিছনাত নিথ'ৰ হৈ পৰি আছে।

"তাৰ পিছত সি কি কৰিলে?" মই চকীৰ পৰা উঠি যাবলৈ উদ্যত হলোঁ। মেখিয়ে কলে—

"বৰ মযো গৈছা। মইতো আপোনাকে অপেক্ষা কৰি আছোঁ।"

ৰিক্সাৱালাটোক বিদায দিয়া নাছিলোঁ। দুযো গৈ আকৌ ৰিক্সাখনতে উঠিলোঁ। মেখিযে প্ৰশ্নটোৰ উত্তৰ দি গ'ল।

"মানুহজন বৰ সবল আৰু হোজা যদিও কামত কিন্তু বৰ হিচাপী আৰু অতি বিশ্বাসী লোক যেন লাগিল। তেওঁ কলে যে পৰি থকা দেখিয়ে একে কোবে ডাঃ শৰ্মাৰ তালৈ যায আৰু তেওঁক লৈ আহে। তেওঁৰ চিকিৎসাত কিছু যেনো ভাল পাইছিল। কিন্তু মানুহজনে এটা নতুন বিপদত পৰিছে।"

মই বৰ বিস্ময়েৰে তেওঁৰ মুখলৈ চালোঁ। তেতিয়া তেওঁ কলে যে যোৱাকালিৰ পৰা হেনো তেওঁ ঔষধ-পথ্য একোকে নাখায় আৰু

কোনো কথা নকয়। মানুহজনে বৰ পীড়াপীড়ি কৰাত বোলে খণ্ডেৰে সকলোবোৰ ঔষধ দলিয়াই পেলাইছে। শেষত নিৰুপায় হৈ আপোনাক বিচাৰি আহে। কিন্তু ইযাতে নথকা বুলি জনাওঁ মোকেই টেলিগ্ৰামৰ দায়িত্ব লবলৈ অনুনয় কৰিছিল। গতিকে তেনেকৈ চিৰিযাচ বুলি মই হ'লে ধৰিলোবা নাই। নে কি কয়?"

মেধিযে বাতৰিটো তেনেকৈ শেষ কৰিছিল আৰু নিজৰ ধাৰণা এটা প্ৰকাশ কৰিছিল। কিন্তু মই হলে ভালকৈ উপলব্ধি কৰিব পাৰিলোঁ যে কথাটো কিমান গুৰুতৰ। দেউতাৰ কথা আন নিৰানব্বৈ জনৰ লগত এনে নহয়। গতিকে মোৰ অন্তৰ আতঙ্কত কঁপি উঠিছিল। মনতে ক'লো—"হৃদয়, ধৈৰ্য্য ধৰ। অধীৰ নহবি। একে একে তই সকলোবোৰ হেৰুৱাই আহিছ, এইবাৰ তোৰ শেষ শান্ত্বনাৰ স্থল—জীৱনৰ শেষ পৰিচয়কো হেৰুৱাব লাগিব।"

ৰিক্সা গৈ ঘৰৰ নওলা পাইছিল। মেধিক নামিবলৈ ইঙ্গিত কৰি ৰিক্সাৱালাক বিদায় দিলোঁ। পোনে পোনেই কৃষ্ণচূড়'ৰ তলৰ বাটেদি ঘৰ পালোঁ। দেখিলোঁ তেতিয়া ঘৰত লাইটৰ সংযোগ কৰা হৈছিল। সকালা ফালে পোহৰ হৈ আছে। চোতালত মাত দিলোঁ--

"শান্তি কা"

শান্তিকাই ভিতৰৰ পৰা উধাতু খাই লৰি আহিল। মোৰ হাতখন টানি নি বুকুত সাৱটি লৈ তেওঁ হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে। মোৰ যেন মূৰ্দ্ধা ফুটি জীউ বাহিৰ হৈ গৈছিল। লগে লগেই ঘৰ সোমাই একেবাৰে বিছনাৰ কাষ পালোঁ।

দেউতাই গাৰু দুটা বেৰত আওঁজাই তাতে হেলনীয়াকৈ বহি হাতত এখন কিতাপ লৈ পঢ়ি আছে। আমাৰ প্ৰতি কোনো ভ্ৰূক্ষেপ নাই। মই পোনে-পোনেই গৈ তেওঁৰ ভৰিত মূৰটো থৈ সেৱা জনালোঁ। মনে মনে কলোঁ— "ভগৱান দেউতাক আৰোগ্য কৰা। অনেকপৰ তেনেকৈয়ে থাকিলোঁ, মূৰ তুলিবৰ ইচ্ছা নহ'ল। চকুৰ পানী আপোনা আপুনি ওলাইছিল। সেই পানীৰে পিতৃ-চৰণ

ধোৱা গৈছিল। এনেতে অনুভৱ কৰিলোঁ মোৰ মূৰত দেউতাৰ হাত পৰিছে। লগে লগে শুনিলোঁ—

"ভগৱান! ভগৱান! সৰ্ব্বমঙ্গলায।"

মই খক্ মক্ কৈ উঠি দেউতাৰ মুখলৈ চালোঁ। তেওঁৰ দুচকুৰে দুধাৰা পানী বৈ আহি গালেৰে বাগৰি গৈছে। দৃষ্টি যেন অন্তৰীক্ষ্য, অতি গভীৰ। দুহাতেৰে কিতাপখন বুকুত লৈ আছে। মই চকুপানী মচি দি দেউতা দেউতা বুলি মাতিলোঁ। শান্তিকাইও চিঞৰিবলৈ ধৰিলে। কিন্তু দেউতাই আমাৰ কথালৈ অলপো কাণসাৰ নকৰিলে। আমাৰ আবেদন-নিবেদনৰ কোনো ফলেই যেন নফলিল।

আধা চেতন আধা অচেতন অবস্থাত মই বিচনাত ঢলি পৰিলোঁ। খুব নিজান-নিতাল শূন্য মণ্ডলত যেন মোৰ মন পথাটো ডোকা কোৱাই কৰবালৈ যাব খুজিছে, য'ত দুখ-তাপ, মায়ামোহ নাই সেই ৰাজ্যলৈ। গৈ আছোঁ গৈ আছো—যেন শেষ নাই সেই যাত্ৰাৰ। এনেতে মোৰ কৰ্ণ কুঁহৰত পৃথিবীৰ পৰা ভাহি অহা এটা চিনাকী সুৰ ৰিণি ৰিণি কৈ বাজি উঠিল—

ঐকান্তিক মহা মুনি যত নিবৰ্ত্তিয়া বিধি নিষেধত
নিৰ্গুণ ভাবত স্থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰ তত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায় ৰমণ কৰে॥

এই ঘোষা ফাকি নিশ্চয় কোনো কীৰ্ত্তন ঘৰত পাঠ কৰিছে। আমাৰ থকা ঠাইৰ ওচৰত এটা কীৰ্ত্তন ঘৰ আছিল। এই কথাটো ভবাৰ লগে লগে যেন মই সাৰ পাই উঠিলোঁ। মেখিয়ে হাতত ধৰি কব লাগিছে—"হেৰি পাঠক। আপুনিচোন কেনেখন কৰে। ই এটা সাধাৰণ জাগতিক ৰীতি। ইয়ালৈ অহা কোনে বাক আজিলৈ নোযোৱাকৈ আছে কওঁক? ও। তেতিয়াহ'লে আমি দুখ কৰোঁ, শোক কৰোঁ—যদি হে কোনো থাকে আৰু কোনো জনহে যাব লগা হয়।"

শান্তিকাই সিখন হাতত ধৰি কান্দিব লাগিছে—"অ বাপুকণ। দেউতাৰ যি হ'ল হ'ল। তই বাৰু কিয় এনেকুৱা কৰ। ধৈৰ্য্য ধৰ। আজিৰ পৰা যে তয়ে মোৰ দেউতা হলি। নহলে মই কৰোঁ কি? যাওঁ কলৈ? তই ইমান নিৰ্দ্দয় নহবি অ মোৰ বোপা দেউতা।"

মোৰ কি হৈছিল, মই কি কৰিছিলোঁ যেন একাকে বুজিব নোৱাৰোঁ। দেউতা স্বৰ্গী হ'ল, বুকুত এখন নাম ঘোষা সাৰটি লৈ আছে। মই তেওঁৰ ভৰি পথানৰ ফালে বাগৰি পৰি আছোঁ। দেখি আৰু শান্তিকাই দুখন হাতত ধৰি মোক বহুৱাই দিলে। স্থিৰ হৈ বহি মই গোটেই পৰিৱেশটো এবাৰ ভালকৈ বুজি চোৱাৰ চেষ্টা কৰিলোঁ।

ওচৰৰ কীৰ্ত্তন ঘৰৰ পৰা গলগলীয়া মাতেৰে গোৱা ঘোষা একাকি আহি কাণত পৰিল। ইয়াৰ আগতে যেন সপোনত এই ঘোষাকে মই শুনি আছিলোঁ। পাঠকে গাইছে—

কৃষ্ণ যশে ধৌত চিত্ত হুয়া সমস্ত ক্লেশক তৰি পুণু
কৃষ্ণদাসে কৃষ্ণ চৰণ মূল নেৰয়।
সকলে-সম্পূৰ্ণ নিজ গৃহ পথিক সকলে পায়া পুণু
দুঃখ এড়াই যেন সিটো গৃহ নছাড়য়॥

হিন্দুৰ বিশ্বাস— ঈশ্বৰ ভক্তি জীৱনৰ মূল, ঈশ্বৰৰ ওচৰতে আত্মাৰ নিজ আশ্ৰয়। এই যে নানা জন্ম, নানা যোনি ভ্ৰমণ আৰু বৃথা পথশ্ৰম, ইয়াৰ পৰিসমাপ্তি আৰু শান্তি হয় ঈশ্বৰ প্ৰাপ্তিত। যদি সঁচাকৈ সেয়ে হয় তেন্তে মোৰ দেউতায়ো চৰম শান্তি লাভ কৰিছে। পাৰ্থিব দুঃখ-দৈন্য, মায়া-মোহ আৰু মিছা হাঁহাকাৰে তেওঁক স্পৰ্শ কৰিব নোৱাৰে। কিন্তু আমাৰ শাস্ত্ৰই কয় যে পিতা-মাতাই আদি গুৰু। মাতা স্বৰ্গতকৈও গৰীয়সী, আৰু পিতা হ'ল স্বৰ্গ, ধৰ্ম্ম, তপ, জপ সকলো। পিতাৰ প্ৰীতিত হেনো সকলো দেৱতা প্ৰীত হয়। তেন্তে সেই পিতাৰ প্ৰতি মই কৰিলোঁ কি? তেওঁৰ যে মই কেৱল অপ্ৰীতি সাধনাকে কৰিলোঁ। মৃত্যুৰ আগ মুহূৰ্ত্তলৈকো যে তেওঁ মোৰ

নাম নললে, যোপা বুলি এবাৰ মৰমৰ মাত নামাতিলে, এনেকি ওচৰলৈ অহাতো চকু মেলিয়ে নাচালে। ই জানো কম হৃদয় বিদাৰক। এই আঘাত জানো কম মৰ্ম্মান্তিক॥

বৰষুণৰ পানী পৰাদি মোৰ চকুৰ পৰা পানী সৰিছিল। সি মোৰ অন্তৰ্দাহী উষ্ণ প্ৰস্ৰৱণ। ক্ষোভিত পিতৃৰ প্ৰতি ব্যৰ্থ অভাগা পুত্ৰৰ সি ভক্তি তৰ্পণ। জীৱনৰ অব্যক্ত বেদনা-ৰাশিৰ সেই আছিল শান্তি প্ৰক্ষালন।

দেউতাৰ হাতৰ নাম-যোৰাৰ মাজত এখন কাগজ পাইছিলোঁ। সি আছিল এখন ইচ্ছাপত্ৰ বা জীৱনৰ এটি চুটি দৰ্শন। তাত লিখা আছিল—

"মানৱ তৃষ্ণাৰ অন্ত নাই। তৃষ্ণাৰ অনন্ত ৰূপ। অনন্ত মায়া। শিশু যুবা-বৃদ্ধ কোনোৱে তৃষ্ণাৰ হাত এৰাব নোৱাৰে। তৃষ্ণাতে উপজি জীৱ তৃষ্ণাতে মৰে। কোনো কালে তৃষ্ণাৰ নিবৃত্তি নাই। অসমৰ্থ মুমূৰ্ষু বৃদ্ধৰ অন্তৰতো তৃষ্ণাৰ বীজ সুপ্ত হৈ থাকে। সহস্ৰমুখী তৃষ্ণাৰ পাছত যি লৰা-ধপৰা তাৰে নাম সংসাৰ। তৃষ্ণাৰ নিবৃত্তি হ'লে সংসাৰ থাকিব নোৱাৰে।

পুত্ৰ-কন্যা আদিৰ সংসাৰ বন্ধন জাগতিক তৃষ্ণাৰে পৰিণাম। জলত আঘাত কৰিলে বুদ-বুদ উঠে। পুত্ৰ-কন্যা, বংশ-পৰিয়াল বুলি গৰ্ব কৰাৰ কোনো অৰ্থ নাই। সকলো জল বুদ-বুদ।

এই অস্থায়ী অলীক বস্তুৰ বাবে নিৰাপত্তাৰ ব্যৱস্থা বা ইচ্ছা-পত্ৰ কৰি যোৱাও নিৰৰ্থক। শৰীৰটোৱে যেতিয়া মোৰ নহয়, এই শৰীৰৰ লগত সম্বন্ধ থকা ধন বস্তু-মাটিবাৰী সকলো অস্থায়ী সামগ্ৰীতো মোৰ অধিকাৰ নাই। শৰীৰ থকাত তাৰ প্ৰয়োজনৰ বাবেহে সেইবোৰ ব্যৱহাৰ হৈছিল, মোৰ পাছতো কোনো শৰীৰধাৰীয়ে সেইবোৰ তাৰ প্ৰয়োজনত লগাব।

সাংসাৰিক সম্বন্ধত মোৰ এজন পুত্ৰ আছে। তাৰ লগত মোৰ আবেগিক আৰু মানসিক সম্বন্ধ ত্যাগ কৰিছো। সেই অৰ্থত সি

মোৰ ত্যাজ্য পুত্ৰ। তাৰ সেৱা-শুশ্ৰূষা বা পিতৃ হিচাপে সি মোৰ প্ৰতি দেখুৱাবলগীয়া মৰম নাইবা কৰিবলগীয়া কৰ্তব্যৰ পৰা মই তাক মুক্ত কৰি দিছো। কিন্তু তাৰ ওপৰত মোৰ কোনো ক্ৰোধ বা ক্ষোভ নাই। পিতৃ হৈ পুত্ৰৰ ব্যক্তি স্বাধীনতাত হস্তক্ষেপ কৰা বুলি সি যেন কোনো দিনে আক্ষেপ নকৰে। পিতৃত্বৰ অধিকাৰ মই শুদ্ধ মনেৰে পৰিহাৰ কৰিছো। কিন্তু মোৰ দেহোপাৰ্জ্জিত সকলো পাৰ্থিব বস্তুৰ অধিকাৰৰ পৰা পুত্ৰক বঞ্চিত কৰা কথা মই নাভাবোঁ। ইচ্ছা কৰিলে সেইবোৰ তাৰ কামত লগাব পাৰে।"

চকুৰ পানীৰে সেই হস্তাক্ষৰ পঢ়িছিলোঁ। পঢ়ি বেথাৰ জ্বালাত অভিভূত হৈছিলোঁ। চিঠিৰ প্ৰতি ছত্ৰাতে যেন বিৰক্তি আৰু সংসাৰ নিৰ্লিপ্ত ভাব মিহলি হৈ আছে। কিন্তু সেই সংসাৰ বৈৰাগ্য ভাবৰ মূলতে যেন অকৃতজ্ঞ পুত্ৰৰ ব্যবহাৰ সা নিষ্ঠুৰ আঘাত— এই ভাবৰ স্পষ্ট উপলব্ধি আছে। অজ্ঞাত আৰু অজানিত কিবা দোষৰ বাবেও যদি পিতৃৰ ওচৰত ক্ষমা নাপালোঁ তেন্তে তেওঁৰ উপাৰ্জ্জনৰ উত্তৰাধিকাৰী হওঁ কেনেকৈ? অন্তৰত বিদ্ৰোহৰ দাবানল জ্বলিছিল। অবুজ বেদনাই কলিজাটো আটি আঁটি ধৰিছিল। নেলাগে সম্পত্তি, নেলাগে পিতৃদত্ত বৈভৱ। পিতৃৰ বস্তাৰে সকলো পুত্ৰই সুখে সংসাৰ তৰা নাই।

কিন্তু তথাপি তেওঁ মোৰ পিতৃ, তেওঁ মোৰ জন্মদাতা জনক। তেওঁ অবিহনে কি মই এইখন পৃথিৱী দেখিলোঁহেঁতেন? স্বৰ্গ যদি আছে, পৰলোক, পৰজন্ম যদি কিবা আছে তেন্তে তাতো পিতাৰ আত্মাই এদিন বুজিব লাগিব যে পিতৃভক্ত যোগ্য পুত্ৰই তেওঁৰ চৰণত মূৰ থৈ শতবাৰ প্ৰণাম কৰি কৈছে

পিতা স্বৰ্গ পিতা ধৰ্ম্ম
পিতাহি পৰমন্তপঃ!
পিতৰি প্ৰীতিমাপন্নে
প্ৰিয়ন্তে সৰ্ব্ব দেৱতাঃ ॥

ধীৰে ধীৰে আকৌ আহি নাম ঘোষাৰ এটি সুৰ কাণত সোমাই গ'ল।

হে হৰি সাৰ শূণ্য মৃগ তৃষ্ণার্ণৱ জলে
শ্ৰান্ত হুয়া মহামোহ পাওঁ।
স্নান পান আচমন কৰোহোঁ ৰমণ তাত
কতোহো উপজো তল যাওঁ॥